শৰত গ্ৰন্থাৱলী—অসমীয়া সংস্কৰণ

সম্পাদনা—শ্ৰীবিভূভূষণ চৌধুৰী



# পৰিণীতা

প্ৰকাশক
শ্ৰীবিভুভূষণ চৌধুৰী
চাৰু সাহিত্য-কুটীৰ
লাবান—শ্বিলং

পৰিবেশক
চপলা বুক ষ্টল
শ্বিলং—আসাম

১ম তাঙৰণ—ফেব্ৰুৱাৰী ১৯৫২ চন
২য় তাঙৰণ—চেপ্তেম্বৰ ১৯৫৫ চন

মুদ্ৰণ
শ্ৰীসৌৰেন্দ্ৰনাথ মিত্ৰ
বোধি প্ৰেছ
৫ শঙ্কৰ ঘোষ লেন,
কলিকতা ৬



পুষ্প মূল্য
এটকা বাৰঅনা

# সম্পাদকৰ নিবেদন

কথাশিল্পী শৰতচন্দ্ৰৰ আৰু এখন বিখ্যাত উপন্যাসৰ অসমীয়া ৰূপান্তৰ বাইজলৈ আগবঢ়াব পাৰি আমি বিশেষ আনন্দ লাভ কৰিছোঁহক।

শৰতচন্দ্ৰৰ এই জনপ্ৰিয় সাহিত্যকীৰ্ত্তি অসমীয়ালৈ ৰূপান্তৰিত কৰাৰ সম্পূৰ্ণ দায়িত্ব সুসাহিত্যিক শ্ৰীযুত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ডাঙৰীয়াই সাদৰে গ্ৰহণ কৰি আমাক অনুগৃহীত কৰিছে। তেখেতৰ এই অনুবাদে সাহিত্যামোদী অসমীয়া সমাজক সন্তোষ দিব পাৰিব বুলি আমাৰ বিশ্বাস।

ভাৰতীয় আৰু বৈদেশিক ভাষা-সমূহৰ প্ৰখ্যাত গ্ৰন্থাৱলী মাতৃভাষাৰ জৰিয়তে অসমীয়া ৰাইজলৈ নিবেদন কৰাৰ যি শুভ সংকল্প আমি গ্ৰহণ কৰিছোঁ সেই সংকল্প লাহে লাহে হ'লেও নিশ্চিত পদক্ষেপেৰে আগবাঢ়ি যাবলৈ ধৰিছে; ই আমাৰ সৌভাগ্য।

শ্বিলঙৰ শ্ৰীযুত হলীৰাম দত্ত মহোদয় আৰু লাবান অসমীয়া ছোৱালী হাইস্কুলৰ অধ্যক্ষা শ্ৰীযুতা শান্তি দত্ত মহোদয়াই আৰম্ভণিৰ পৰাই আমাৰ এইবোৰ অনুবাদ, সম্পাদন, প্ৰকাশ আৰু প্ৰচাৰ প্ৰচেষ্টাক বিশেষ উৎসাহ দি আহিছে আৰু সদায় আমাক বিভিন্নভাৱে সাহায্য কৰি আছে। এই সুযোগতে তেওঁলোক দুয়োৰ শলাগ লৈছোঁ।

বিৰাট অসমীয়া পাঠক সমাজে আমাৰ এই প্ৰয়াস আৰু উদ্যমৰ প্ৰতি যি সহানুভূতি দেখুৱাইছে সেইবাবে তেওঁলোক আমাৰ ধন্যবাদাৰ্হ।

বিশেষ চেষ্টা সত্ত্বেও কিতাপখনক মুদ্ৰাকৰ প্ৰমাদশূন্য কৰিব পৰা নাই বুলি আমি দুঃখিত। ইতি—

শৰত আৱিৰ্ভাব দিন
৩১ ভাদ ১৩৫৯

বিনীত
শ্ৰীবিভুভূষণ চৌধুৰী

# প্ৰথম পৰিচ্ছেদ

বুকুত শক্তিশেল পৰিবৰ সময়ত লক্ষ্মণৰ মুখৰ ভাব নিশ্চয় বৰ বেয়া হৈছিল। কিন্তু আজি ৰাতিপুৱাই গুৰুচৰণে যেতিয়া খবৰ পালে যে ভিতৰত এই মাত্ৰ তেওঁৰ গৃহিণীয়ে নিৰ্ব্বিঘ্নে পঞ্চম কন্যাৰ জন্ম-দান কৰিছে, তেতিয়া তেওঁৰ চেহেৰা কিজানি তাতোকৈও বেয়াহে হ'ল।

গুৰুচৰণ বেঙ্কৰ কেৰাণী, ষাঠি টকা দৰমহা পায়। তেওঁৰ শৰীৰটোও ভাড়ালৈ দিয়া ঘোঁৰা-গাড়ীৰ ঘোঁৰা কেইটিৰ দৰে শুকান আৰু লেৰেলা; চকু-মুখতো যেন সেই ঘোঁৰাবোৰৰ দৰেই এটা নিষ্কাম, নিৰ্ব্বিকাৰ আৰু নিৰ্লিপ্ত ভাব। আজি এই ভাল অথচ ভয়ঙ্কৰ খবৰটো পাই, তেওঁৰ হাতৰ হোকা হাততে থাকিল; বাপতি সাহোন ফটা গাৰু এটাত আঁউজি বহি তেওঁ বিমোৰ অৱস্থাত ৰ'ল। আনকি হুমুনিয়াহ এটা কাঢ়িবলৈও তেওঁ সমৰ্থ নহ'ল।

ছোৱালী হোৱা খবৰটো দিছিলহি গুৰুচৰণৰ তৃতীয়া কন্যা আন্নাকালীয়ে। তাই সুধিলে, দেউতা, ছোৱালী চাবলৈ নৈযায়নে ব'লক।

গুৰুচৰণে জীয়েকৰ মুখৰ ফালে চাই ক'লে, আই এগিলাচ পানী আনচোন, খাওঁ।

জীয়েক পানী আনিবলৈ গ'ল। তাই যোৱাৰ লগে লগে গুৰুচৰণৰ প্ৰথমতে মনত পৰিল অশৌচীয়া ঘৰৰ সাধাৰণ খৰচ-পাতিবোৰৰ কথা। ভিৰৰ সময়ত ষ্টেশ্যনত গাড়ী বোৱাৰ লগে লগে ৰেলত উঠিবলৈ অহা তৃতীয় শ্ৰেণীৰ যাত্ৰীবোৰে টোপোলা-টাপলী লৈ পাগলৰ দৰে ঠেলি-হেঁচুকি যেনেকৈ কোনো ৰকমে ভিতৰ সোমায়গৈ, ঠিক সেইদৰে নানাধৰণৰ দুশ্চিন্তাই আহি গুৰুচৰণৰ মগজত হুৰমুৰাই সোমাবলৈ ধৰিলে। প্ৰথমতে তেওঁৰ মনত পৰিল কেনেকৈ যোৱা বছৰ ছোৱালীজনীৰ বিয়াৰ বাবে বৌবজাৰৰ এই দুমহলী ঘৰটো বন্ধকত ৰাখিব-লগীয়া হ'ল। তাৰো আকৌ ছমাহৰ সুদ আজিলৈকে বাকী পৰি আছে। ইপিনে দুৰ্গাপূজালৈও আৰু এমাহমানহে আছে। পূজাত মাজু জীয়েকলৈও পূজাৰ বস্তু পঠিয়াব লাগিব। আনফালে অফিছৰ কথা; কালি ৰাতি আঠ বাজি যোৱালৈকে কাম কৰিও তেওঁ ডেবিট-ক্ৰেডিটৰ হিচাপ মিলাব নোৱাৰিলে। অথচ আজি দিনৰ বাৰ বজাৰ ভিতৰতে বিলাতকৈ হিচাপ পঠিয়াবই লাগিব। বৰ চাহাবে কালি হুকুম দিছে যে লেতেৰা কাপোৰ-কানি পিন্ধি কোনো অফিছলৈ আহিব নোৱাৰে, আহিলে জৰীমনা হ'ব। ইফালে যোৱা দুসপ্তাহমান ধোবাৰ খা-খবৰেই নাই, বোধহয় কাপোৰ-কানি লৈ সি পলাল। এইবোৰ ভাব মনলৈ অহাৰ লগে লগে গুৰুচৰণে আৰু আঁউজি বহি থাকিব নোৱাৰিলে, হোকাটো লাহেকৈ দাণ্ডি ধৰি বিছনাখনত কাতি হৈ পৰিল। বিছনাত পৰি মনে মনে ভগবানক এই বুলি মাতিলে,

হে ভগবান ! এই কলিকতা চহৰতে নিতৌ কতনো মানুহ গাড়ী-ঘোঁৰাৰ চেপা খাই অপঘাতত মৰিব লাগিছে, কেৱল মইহে সাৰি আছোঁ। তোমাৰ চকুত সিহঁত মোতকৈও বেছি অপৰাধী নে ? তোমাৰ দয়াতে যদি মোৰ বুকুৰ ওপৰেদি এখন মটৰ গাড়ী চলি গলহেঁতেন !

এনেতে অন্নাকালীয়ে পানী আনি ক'লেহি, দেউতা ! উঠক পানী আনিছোঁ। গুৰুচৰণ উঠি বহিল আৰু একে উশাহতে গোটেই গিলাচ পানী পি ক'লে, আঃ, যা আই, গিলাচটো লৈ যা।

তাই গুচি গ'লত গুৰুচৰণ আকৌ শুই পৰিল।

ললিতা ঘৰৰ ভিতৰলৈ সোমাই আহি ক'লেহি, মামা, চাহ আনিছোঁ নহয়, উঠক।

চাহৰ নাম শুনি গুৰুচৰণ আকৌ এবাৰ উঠি বহিল। ললিতাৰ মুখখন চাই তেওঁৰ অন্তৰৰ যেন আধাথিনি যাতনা শাম কাটিলে। তেওঁ ক'লে তই গোটেই নিশাটো টোপনি খতি কৰিছ আই, এবাৰ আহি মোৰ ওচৰত বহ্‌হিচোন, আহ।

ললিতাই এটা লাজুকীয়া হাঁহি মাৰি ওচৰতে বহি ক'লে, মই নিশা বেছি পৰ উজাগৰে থকা নাই, মামা।

সংসাৰৰ হেঁচাত জুৰুলা, জীৰ্ণশীৰ্ণ আৰু অকালবৃদ্ধ এই মানুহজনৰ হিয়াৰ গভীৰ বেথাৰ কথা তাইৰ বাহিৰে ভালকৈ অনুভৱ কৰোঁতা দ্বিতীয়জন আৰু কোনো নাই।

গুৰুচৰণে ক'লে, বাৰু, আহ্‌চোন, অলপমান বহ্‌।

ললিতা আহি ওচৰত বহাৰ লগেলগেই গুৰুচৰণে তাইৰ মূৰত হাত ফুৰাই ফুৰাই কবলৈ ধৰিলে, এই হেন সোণৰ প্ৰতিমাজনী যদি কোনোবা ৰজাৰ ঘৰত গতাব পাৰিলোহেঁতেন, তেতিয়াহে মোৰ হেঁপাহঁ পলালহেঁতেন।

ললিতাই লাজ কৰি কৰি চাহ ঢালিবলৈ ধৰিলে। গুৰুচৰণে আকৌ ক'লে, এৰা আই, কি কৰিবি, মোমায়েৰ হ'ল দুখীয়া! আহিবৰ দিনাৰে পৰা আজিলৈকে কেৱল দিনে-নিশাই খাটোতেই গৈছে নহয় জানো?

ললিতাই উত্তৰ দিলে, দনে নিশাইতো খটা নাই মামা, সকলোৱেই কাম কৰে, ময়ো কৰোঁ।

এইবাৰ গুৰুচৰণৰ মুখত হাঁহি ওলাল। চাহ খাই খাই ক'লে, হয়নে আই, আজি ৰন্ধা-মেলাৰনো কি ব্যৱস্থা কৰিছহঁক?

ললিতাই মুখ তুলি কলে, কেলেই, মই বান্ধিম নহয় মামা!

গুৰুচৰণে বিস্ময় প্ৰকাশ কৰি সুধিলে, তইনো কি ৰান্ধিবি আই, তই জানো ৰান্ধিব জান?

জানোতো মামা। মামীৰ পৰা মই সকলো শিকি-বুজি লৈছোঁ, নহয়?

গুৰুচৰণে চাহৰ বাটিটো নমাই লৈ সুধিলে, সঁচাকৈয়ে কৈছনে?

সঁচাকৈয়ে কৈছোঁ। মামীয়ে কিমানদিন দেখুৱাই দিয়ে, আৰু মই ৰান্ধো। কথাটো কৈয়েই তাই তললৈ মূৰ কৰিলে।

তাইৰ তলমূৰা মূৰটোত হাতখন থৈ গুৰুচৰণে নিঃশব্দে আশীৰ্ব্বাদ কৰিলে। তেওঁৰ মনৰ পৰা এটা ডাঙৰ চিন্তা আঁতৰিল।

সৰু গলিটোৰ দাঁতিতে এই ঘৰটো। চাহ খাই থাকোঁতে থাকোঁতে খিড়ীকিয়েদি বাহিৰলৈ চকু পৰিলত গুৰুচৰণে মাতিলে, অ' বোলো, সেয়া শেখৰ নেকি? শুনাচোন শুনা।

এজন ওখ-পাখ, বলিষ্ঠ, সুন্দৰ ডেকা ঘৰৰ ভিতৰলৈ সোমাই আহিল।

গুৰুচৰণে ক'লে, বহা শেখৰ, আজি পুৱা তোমাৰ খুৰীয়েৰাই কি কাণ্ডখন কৰিলে শুনিছা নহয়।

শেখৰে পাতলকৈ হাঁহি ক'লে, কাণ্ড আৰু কি? এটি কন্যাৰত্ন হৈছে, নহয় জানো?

গুৰুচৰণে এটা হুমুনিয়াহ কাঢ়ি উত্তৰ দিলে, তুমিতো তাকে কৈ সাৰি যাবা; কিন্তু ইয়াৰ ফল যে কি তাৰ সেকা মইহে পাম।

শেখৰে ক'লে, খুৰাদেউ, সেইদৰে কিয় কৈছে? খুৰীয়ে শুনিলে খুব দুখ পাব। তদুপৰি ভগবানৰ দান, তাক ৰংমনে আদৰ-সাদৰ কৰি গ্ৰহণ কৰাহে যুগুত।

গুৰুচৰণে খন্তেক নিতাল মাৰিলে; তাৰ পিছত ক'লে, আদৰ-সাদৰ আৰু ৰংৰহইচ কৰা যে উচিত সেই কথা ময়ো জানো। কিন্তু বোপা, ভগবানেও ভাল বিচাৰ কৰা নাই। মোৰ দৰে দুখীয়া মানুহৰ ঘৰত ইমানবোৰ মানুহ কেলেই দিছে বাৰু? যিবা ঘৰ এটা আছিল, সিও শেহত তোমাৰ দেউতাৰাৰ ওচৰত

বন্ধকত পৰিল ; পৰক বাৰু, তাৰ বাবে মোৰ অকণো দুখ নাই, শেখৰ ! কিন্তু চকুৰ আগতে মোৰ এই ললিতাজনীলৈ চোৱা-চোন ! তাই জানিবা সাইলাখ্ সোণৰ প্ৰতিমাখনিহে, কেৱল মাথোন ৰাজকাৰেও শুৱনি কৰিবৰহে যোগ্য। মই জীয়াই থাকোঁতে তাইক যাৰে-তাৰে হাতত কেনেকৈ সঁপি দিও শেখৰ, কোৱাচোন ! ৰজাৰ ভৰালৰ হীৰা-মুকুতা সোপাকে গোটালেও কিজানি মোৰ আইৰ দাম নোলাব। কিন্তু এই কথা কোনে পতিয়াব ? ভয় লাগে জানোছা অভাবত পৰি মোৰ আইক ক'ৰবাত অপাত্ৰত গতাবলগীয়া হয়। তেনেকুৱা হলে মোৰ বুকুখন শেল হনাদি হানিব, শেখৰ ! তাইৰ বয়স এতিয়া তেৰ, কিন্তু মোৰ হাতত ইপিনে পাই-পইচা এটিও নাই, কেনেকৈনো বাৰু সম্বন্ধ স্থিৰ কৰোঁ ?

গুৰুচৰণৰ দুচকুত পানী বিবিঙি উঠিল। শেখৰ মনে মনে ৰ'ল। গুৰুচৰণে পুনৰ কবলৈ ধৰিলে, শেখৰনাথ, চাবাচোন, তোমাৰ বন্ধু-বান্ধৱ আছেনে যাতে ছোৱালীজনীৰ কোনোৰকমে গতি লগাব পৰা যায়। আজিকালি বহুত লৰাৰ বোলে টকা-কড়িৰ ফালে মুঠেই মোহ নাই, কেৱল ছোৱালী ভাল দেখিলেই হ'ল। কেনেবাকৈ যদি লৰা এটা পোৱা তেন্তে কি কম বোপা, মোৰ আশীৰ্ব্বাদত তুমি নিশ্চয় ৰজা হবা। আৰু মোৰ কবলৈ একো নাই, তোমালোকৰ আশ্ৰয়তেই আছোঁ—তোমাৰ দেউতাৰাই মোক ভায়েকৰ দৰেই মৰম চেনেহ কৰে।

শেখৰে শলাগি ক'লে, বাৰু চেষ্টা কৰি চাম, খুৰা।

গুৰুচৰণে ক'লে এটা কথা মনত ৰাখিবা, বোপা। আঠ বছৰৰে পৰা ললিতাই তোমাৰ ওচৰতে লেখা-পঢ়া শিকি মানুহ হৈছে, তুমিতো নিজেই জানা তাই কিমান বুধিয়ক আৰু শান্ত-শিষ্ট। তেনেই অকণমান ছোৱালী, বয়সো বেছি হোৱা নাই। আজিৰ পৰা আকৌ আমাৰ ঘৰৰ ৰন্ধা-বঢ়া আৰু দিয়া-থোৱা সকলো কাম তাইৰ ওপৰতে।

এনে সময়তে ললিতাই এবাৰ চকু তুলি চাই আকৌ তললৈ মূৰ কৰিলে। তাইৰ ওঁঠ দুখনো অলপ লৰিল। গুৰুচৰণে এটা হুমুনিয়াহ কাঢ়ি ক'লে, তাইৰ বাপেকে জানো কমবোৰ টকা ঘটি গ'ল, কিন্তু কি হ'ব, যেনেকৈ ঘটিছিল, তেনেকৈ দিলেও; এজনী মাত্র জীয়েক, তাইৰ বাবেও একো থৈ যাব নোৱাৰিলে।

শেখৰ মনে মনে ৰ'ল। গুৰুচৰণে নিজেই কবলৈ ধৰিলে, থৈ যাব নোৱাৰিলে বুলিয়েই বা কওঁ কেনেকৈ? জীয়াই থকা কালত কত মানুহৰ তেওঁ কত দুখ গুচালে; সেই সকলো পুণ্যৰ ফল এতিয়া মোৰ আইজনীয়েই পাইছে; নহলে জানো এই অকণমান ছোৱালীজনী সাইলাখ্ অন্নপূর্ণা হব পাৰে? তুমিয়েই কোৱাচোন বাৰু শেখৰ, মোৰ কথা জানো মিছা?

শেখৰে হাঁহিবলৈ ধৰিলে, কিন্তু একো উত্তৰ নিদিলে।

সি উঠিব খোজোতেই গুৰুচৰণে সুধিলে, ইমান পুৱাই ক'লৈ যোৱা?

শেখৰে উত্তৰ দিলে, বেৰিষ্টাৰৰ ঘৰলৈ যাওঁ, এটা মকৰ্দ্দমা আছে। এই বুলি কৈ সি থিয় দিওঁতেই গুৰুচৰণে আৰু এবাৰ

তাক সৌঁৰবাই দিবৰ মনেৰে ক'লে, কথাটো কিন্তু মনত ৰাখিবা, দেই, বোপা! হওঁতে তাইৰ ববণটো অলপ মিঠা, কিন্তু এনেকুৱা চকু-মুখ, এনেকুৱা হাঁহি, ইমান দয়া-মায়া পৃথিবীত আৰু ক'তো বিচাৰি নেপাবা হলে, ক'লো দেই!

শেখৰে মূৰ দুপিয়াই হাঁহি মুখে বাহিৰলৈ ওলাই গ'ল। তাৰ বয়স পঁচিশ কি ছাব্বিশ। এম. এ পাছ কৰি বহুতদিন শিক্ষানবিছি কৰিছিল, যোৱা বছৰৰ পবা এটর্নি হৈছে। দেউতাক নবীন ৰায় গুৰৰ কাৰবাৰ কৰি লাখপতি হোৱা মানুহ; আজি কেইবছৰমান হ'ল সেই কাববাৰ এৰি দি ঘবতে বহি সুত্‌খোৰ মহাজন হৈ টকা ধাৰে দিয়াৰ ব্যৱসায় কৰিছে। ডাঙৰ পুতেক অবিনাশ উকীল, শেখবনাথ হৈছে সৰু পুতেক। তেওঁ-লোকব ঘৰটো তিনিমহলীয়া, চুবুৰীৰ এমূবত। তাবে এটা 'ছাদ'ব সৈতে গুৰুচৰণব ঘবৰ 'ছাদ'টো লগালগি আৰু সেই বাবে উভয় পৰিয়ালব মাজত অত্যন্ত আত্মীয়তা জন্মিছিল। দুয়ো ঘবব তিৰোতা মানুহবোৰে এইপিনেদিয়েই অহা-যোৱা কৰিছিল।

# দ্বিতীয় পৰিচ্ছেদ

শ্যামবজাৰৰ ডাঙৰ মানুহ এঘৰৰ লগত শেখৰৰ বিয়াৰ কথা-বতৰা চলিছিল। অলপতে তেওঁলোকৰ ঘৰৰ মানুহ দৰা চাবলৈ আহি অহা মাঘ মাহতে বিয়াখন পাতিব পৰাকৈ এটা দিন ঠিক কৰি যাব খুজিলে। কিন্তু শেখৰৰ মাকে তাত হয়ভৰ নিদিলে। চাকৰণী ছোৱালীজনী বাহিৰলৈ পঠাইদি তাইৰ হতুৱাই কোৱালে বোলে লৰাই যদি নিজে ছোৱালী চাই ভাল দেখে, তেতিয়াহে বিয়া হব, নহলে নহয়।

নবীন ৰায় মানুহজনৰ টকাৰ প্ৰতি বৰ চকু; ঘৈণীয়েকৰ আওপকীয়া কথাবোৰত বিতুষ্ট হৈ তেওঁ ক'লে, তুমি এইবোৰ কি কথা কৈছা? ছোৱালী চালোঁৱেই। এতিয়া পকা বন্দৰস্ত কৰি আঙঠি পিন্ধোৱাৰ দিন এটাহে ঠিক কৰিব লাগে।

তথাপি ঘৈণীয়েকে পকা বন্দৰস্ত কৰিবলৈ নিদিলে। খঙৰ কোবত নবীন ৰায়ে সেই দিনা বহুত পৰলৈকে ভাত নোখোৱাকৈ থাকিল আৰু দুপৰীয়া ভাত খাই বাহিৰৰ ঘৰতে শুলে।

শেখৰনাথ চৌখীন লৰা। সি তিনিমহলাৰ ওপৰত থাকে। কোঠাটো ভালকৈ সজোৱা। পাঁচ-ছদিন মানৰ মূৰত শেখৰনাথ এদিন ছোৱালী চাবলৈ ওলাল। সেইদিনা কোঠাটোৰ ডাঙৰ আৰ্চ্চীখনৰ আগত বৈ সাজ-পাৰ কৰি থাকোতে ললিতা ভিতৰলৈ

সোমাই আহিল। তাই খন্তেকপৰ মনে মনে তাৰ ফালে চাই সুধিলে, ছোৱালী চাবলৈ ওলাইছে, নহয়নে ?

শেখৰে ঘূৰি চাই ক'লে, এ, তুমি ! আহাঁচোন ভালকৈ সজাই-মেলি দিয়াহি, যাতে ছোৱালীয়ে দেখিয়েই মন খায়।

ললিতাই হাঁহিবলৈ ধৰিলে। ক'লে, এতিয়া মোৰ আজৰি নাই শেখৰদা, টকা নিবলৈহে আহিছোঁ—এই বুলি কোৰাৰ লগে লগে গাৰুৰ তলৰ পৰা তাই একোচা চাবি উলিয়াই এটা দেৰাজ খুলিলে আৰু কেইটামান টকা লেখি লৈ আঁচলৰ আগত বান্ধি ললে। তাৰ পিছত নিজক নিজে কোৰাৰ ছলেৰে ক'লে, লাগ বুলিলেই সদায় টকা লৈ যাওঁ, কিন্তু ধাৰ বা শুজিম কেনেকৈ তাকেহে কব নোৱাৰোঁ।

শেখৰে মূৰৰ চুলিকোচাত ব্ৰুজ মাৰি মাৰি ক'লে, ধাৰ শুজা হৈছে নে হ'ব ?

ললিতাই একো বুজিব নোৱাৰি ভেবা লাগি চাই ৰ'ল।

শেখৰে সুধিলে, ভেবা লাগি চাই ব'লা দেখোন, বুজি নাপালা হবলা ?

ললিতাই 'ওহোঁ' বুলি মূৰ জোকাৰিলে।

আৰু অকণমান ডাঙৰ হোৱা, তেতিয়া বুজি পাবা,—এই বুলি কৈয়েই শেখৰে জোতাজোৰ পিন্ধি সাউত কৰে বাহিবলৈ ওলাই গ'ল।

ৰাতি শেখৰে এখন আৰামী চকীত শুই থাকোতে মাক আহি কোঠাৰ ভিতৰ সোমালহি। মাকক দেখি সি লৰালৰিকৈ উঠি

ৰহিল। মাকে ওচৰতে এখন চকীত বহি লৈ তাক প্ৰশ্ন কৰিলে, ছোৱালী কেনে দেখিলি অ' ?

শেখৰে মাকৰ মুখৰ ফালে চাই উত্তৰ দিলে, ভালেই দেখিলোঁ।

শেখৰৰ মাকৰ নাম ভুৱনেশ্বৰী। বয়স প্ৰায় পঞ্চাশ বছৰ-মান হ'ব, কিন্তু তেওঁৰ দেহৰ গঠন ইমান ধুনীয়া যে দেখিলে পয়ত্ৰিশ-ছয়ত্ৰিশ বছৰমান হৈছে বুলি ভুল হয়। এই ধুনীয়া আৱৰণখনৰ ভিতৰত যিটি মাতৃদেহ লুকাই আছে সেইটি অৱশ্যে ইয়াতকৈও কোমল আৰু নবীন। তেওঁ গাৱঁৰ জীয়ৰী; গাৱঁতে উপজি তাতে ডাঙৰ-দীঘল হোৱা। কিন্তু নগৰৰ লগতো তেওঁ সদায় খাপখুৱাই চলি আহিছে, কোনো দিনেই তেওঁক খাপ নোখোৱা যেন নেলাগে। চহৰৰ চাঞ্চল্য, সজীৱতা আৰু আচাৰ ব্যৱহাৰৰ লগত তেওঁ যেনেকৈ স্বচ্ছন্দে খাপ খাব পাৰিছিল, ঠিক তেনেকৈ ওপজা ঠাইৰ নিবিড় নিস্তব্ধতা আৰু মাধুৰ্য্যখিনিও হেৰুওৱা নাছিল। মাকক লৈ শেখৰে যে কিমান গৌৰৱ অনুভৱ কৰে সেই কথা তাৰ মাকেও গম নাপায়। ঈশ্বৰে শেখৰক সকলো বস্তুকেই দিছে; উত্তম স্বাস্থ্য, ৰূপ, ঐশ্বৰ্য্য আৰু বুদ্ধি— কোনো পিনে সি কম নহয়। কিন্তু এনে আইৰ সন্তান হ'বলৈ পোৱা ভাগ্যই যে তাৰ প্ৰতি ভগৱানৰ সৰ্ব্বশ্ৰেষ্ঠ দান সেই কথা সি সদায় অনুভৱ কৰে।

মাকে ক'লে, ভালেই দেখিলো বুলি কৈ দেখোন নিতাল মাৰিলি ?

শেখৰে আকৌ এবাৰ হাঁহি মাৰি তললৈ মূৰকৈ উত্তৰ দিলে, যি সুধিছা, তাৰ উত্তৰ দিছোঁ দেখোন।

কথা শুনি মাকেও হাঁহিলে। তাৰ পিছত ক'লে, ক'তো কিনো ক'লি? বৰণ কেনেকুৱা দেখিলি, বগানে? দেখিবলৈ কাৰ দৰে? আমাৰ ললিতাৰ দৰে হবনে বাৰু।

শেখৰে মুখখন দাঙি ক'লে, ললিতা দেখোন ক'লা আই, ছোৱালী তাইতকৈ বহুত বগা।

মুখ চকুবোৰ দেখিবলৈ ধুনীয়ানে?

বৰ বেয়া নহয়।

তেনেহলে দেউতাৰাক কওঁগৈ।

এইবাৰ শেখৰ নিতাল মাৰি মনে মনে ৰ'ল।

মাকে পুতেকৰ মুখলৈ অলপপৰ ৰ'ল। তাৰ পিছত হঠাতে সুধিলে, বাৰু, ছোৱালীয়ে লেখা-পঢ়া কিমানলৈকে কৰিছে?

শেখৰে কলে, সেই কথাতো সোধা নাই, আই!

মাকে অতিপাত আচৰিত হৈ ক'লে, নুসুধিলি কেলেই, যিটো বস্তু তহঁতৰ আজিকালি আটাইতকৈ বেচি দৰ্কাৰ, তাকে সুধিবলৈ পাহৰিলি?

শেখৰে হাঁহি হাঁহি ক'লে, আই, সেই কথা মোৰ মনতেই খেলোৱা নাছিল।

লৰাৰ কথা শুনি তেওঁ এইবাৰ অতিশয় বিস্মিত হৈ খন্তেকপৰ

তাৰ মুখলৈ চাই ৰ'ল আৰু পিছত হাঁহি হাঁহি কবলৈ ধৰিলে, তেনেহলে তই তাত বিয়া নকৰাৱ, দেখিছোঁ।

শেখৰে ইয়াৰ উত্তৰত কিবা কথা এটা কব খুজিছিল, কিন্তু তেনে সময়তে ললিতাক কোঠাৰ ভিতৰলৈ সোমোৱা দেখি মনে মনে থাকিল। ললিতাই লাহে লাহে আহি ভুৱনেশ্বৰীৰ পাছত থিয় দিওঁতেই, তেওঁ বাওঁ হাতেৰে তাইক সমুখৰ ফালে টানি আনি সুধিলে, কি হ'ল অ' আই ?

ললিতাই সৰু সৰুকৈ ক'লে, একো হোৱা নাই, আই !

আগেয়ে ললিতাই ভুৱনেশ্বৰীক মাহীদেউ বুলি মাতিছিল কিন্তু এদিন তেওঁ তাইক তেনে বুলিবলৈ হাক দি ক'লে, মইতো তোৰ মাহীমাৰ নহওঁ, মাৰহে হওঁ। সেইদিনাৰে পৰা তাই তেওঁক 'আই' বুলিয়ে মাতে। ভুৱনেশ্বৰীয়ে তাইক বুকুৰ কাষলৈ চপাই আনি মৰমেৰে ক'লে, একো নাই নহয় ? তেনেহলে মোক এবাৰ চাই যাবলৈ আহিলিনেকি ?

ললিতা মনে মনে থাকিল।

শেখৰে ক'লে, চাবলৈ যে আহিছা, ভাত ৰান্ধিবা কেতিয়া ?

মাকে সুধিলে, তাই আকৌ ভাত বান্ধিবগৈ কিয় ?

শেখৰে আচৰিত হৈ সুধিলে, তেওঁলোকৰ ঘৰত তেনেহলে কোনে ভাত ৰান্ধিব ? মোমায়েকেও সিদিনা মোক ক'লে বোলে ললিতাই ৰন্ধা-বঢ়া সকলো কাম কৰিব।

মাকে হাঁহিবলৈ ধৰিলে। তাৰ পিছত ক'লে, ইহঁতৰ মামাকৰনো কি কাণ্ড-জ্ঞানটো আছে ? যিহকে-তিহকে এটা

ক'লেই হ'লনে ? তাইব বিয়া হোৱাই নাই, তাইৰ হাতে ভাত খাব কোনে ? আমাব বান্ধনি বামুণটোকে তাত ৰান্ধিবলৈ পঠিয়াইছোঁ। আমাৰ ঘৰত বৰবোৱাবীয়ে বন্ধা-বঢ়া কৰিছে ; মই দুপৰীয়া সাজটো সদায় তাতে খাওঁগৈ।

মাকে যে সেই দুখীয়া পৰিয়ালটোৰ ভাৰ নিজৰ হাতত তুলি লৈছে সেই কথা শেখৰে বঢ়িয়াকৈ বুজি পালে। তৃপ্তিৰ নিশ্বাস এটা পেলাই সি মনে মনে ব'ল।

কেই মাহ মানৰ পিছত এদিন সন্ধিয়া নিজৰ কোঠাত এখন আবামী চকীত আঁউজি শুই শেখবে ইংৰাজী উপন্যাস এখন পঢ়ি আছিল। পঢ়াত মন বহিছিলহে, এনেতে ললিতাই কোঠালৈ সোমাই আহি গাৰুৰ তলৰ পৰা চাবিকোচা উলিয়াই খটখটাই দেৰাজ খুলিবলৈ ধৰিলে। শেখৰে কিতাপৰ পৰা মূৰ নোতোলাকৈয়ে ক'লে, কি হৈছে ?

ললিতাই ক'লে, টকা লৈছোঁ।

হুঁ—বুলি শেখবে পুনৰ পঢ়াত মন দিলে। ললিতাই আঁচলত টকা বান্ধি লৈ থিয় হ'ল। আজি তাই বঢ়িয়াকৈ সাজ-পাৰ কৰিছিল আৰু মনে মনে ভাবিছিল শেখৰদাই তাইক এবাৰ চাওক। সেই ভাবি তাই ক'লে, দহ টকা নিলো দেই শেখৰদা !

শেখৰে 'বাৰু' বুলি শলাগিলে, কিন্তু মূৰ দাঙি নেচালে। অগত্যা তাই ইটো সিটো কৰি মিছামিছিকৈয়ে পলম কৰিবলৈ ধৰিলে, কিন্তু তথাপিও একো ফল নধৰা যেন দেখি লাহে লাহে

বাহিববলৈ ওলাই গ'ল। কিন্তু ওলাই গ'লেনো কি হব, আকৌ ঘূৰি আহি দুৱাবদলিত থিয় দি ৰ'লহি।

আজি সিহঁত থিয়েটাৰ চাবলৈ যাব।

তাই জানে যে শেখৰৰ বিনা অনুমতিত তাই ক'লৈকো এখোজো লৰিব নোৱাৰে। এই কথা কোনেও তাইক শিকাই দিয়া নাই, বা কিয়, কি কাৰণে—এনে ধৰণৰ তৰ্কও কোনো দিনে মনত খেলোৱা নাই। প্ৰত্যেক জীৱৰে যি স্বাভাবিক সহজ বুদ্ধি আছে, সিয়েই তাইক এই কথা শিকাইছিল। আনসকলোবোৰে য'লৈকে ইচ্ছা ত'লৈকে যাব পাৰে, যি ইচ্ছা তাকে কৰিব পাৰে; কিন্তু তাই হলে নোৱাৰে। তাই স্বাধীন নহয়; ইপিনে অকল মোমায়েক-মামীয়েকৰ অনুমতি ললেই তাইৰ যথেষ্ট নহয়। দুৱাৰ-খনৰ আঁৰত থিয় হৈ তাই লাহে লাহে ক'লে, আমি থিয়েটাৰ চাবলৈ যাব খুজিছোঁ।

তাইৰ সুৰু মাত শেখৰৰ কাণত নপৰিলগৈ। সি কোনো উত্তৰ নিদিলে।

ললিতাই মাতটো অলপ ডাঙৰকৈ ক'লে মোৰ বাবে আটাই-বোৰ ৰৈ আছে নহয়।

এইবাৰ শেখৰে তাইৰ মাত শুনিলে। কিতাপখন এফালে থৈ সি সুধিলে, কি হ'ল ?

ললিতাই খঙৰ সুৰত ক'লে, এতিয়াহে হবলা কাণলৈ গ'ল ! আমি থিয়েটাৰ চাবলৈ ওলাইছোঁ নহয় !

শেখৰে ক'লে, আমি মানে কোন কোন ?

মই, আন্নাকালী, চাৰুবালা আৰু তাইৰ মোমায়েক।

মোমায়েকজন কোন ?

ইয়াৰ উত্তৰত ললিতাই ক'লে, তেওঁৰ নাম গিৰীনবাবু। মুঙ্গেৰত ঘৰ। পাঁচ-ছদিনমান আগতে ইয়ালৈ আহিছে বি, এ, পঢ়িবলৈ—বৰ ভাল মানুহ—

বাঃ— নাম, ধাম, কি কৰে—সকলোবোৰ দেখোন মুখতে ! খুব কথা-বতৰা হৈছে নহয়নে ? আজি চাৰি-পাঁচ দিনমান সেই দেখিয়ে হ'বলা তোমাৰ দেখা-দেখিয়েই নাই ? হৈছিলে কি, খুব তাচ খেলিছিলা হব পায় ?

শেখৰৰ কথা কোৱাৰ ছেও দেখি হঠাতে ললিতাৰ ভয় লাগিল। এনেকুৱা এটা প্ৰশ্ন কৰিব পাৰে বুলি তাই সপোনতো ভবা নাছিল। তাই মনে মনে ৰ'ল।

শেখৰে সুধিলে, এই কেইদিন খুব তাচ-খেলা হৈছিলে, নহয়নে ?

ললিতাই সেপ্ চুকি চুকি ক'লে, চাৰুৱে আহি ক'লেহি আৰু !

চাৰুৱে ক'লেহি ? কি ক'লেহি ? এইবুলি কৈয়েই শেখৰে মুৰ তুলি এবাৰ চাই ক'লে, বাঃ একেবাৰে দেখোন কাপোৰ-কানি পিন্ধিয়ে অহা হৈছে !—বাৰু যোৱা।

ললিতা নগ'ল, তাতেই নিমাতে থিয় হৈ ৰ'ল।

ললিতাহঁতৰ ঘৰৰ ওচৰতে চাৰুবালাৰ ঘৰ ; চাৰুবালা, তাইৰ সখী ; বয়সো তাইৰে সমান। তেওঁলোক ব্ৰাহ্মধৰ্ম্মী মানুহ।

শেখৰে গিৰীনৰ বাহিৰে তেওঁলোকৰ ঘৰৰ সকলোকে চিনি পায়। পাঁচ কি সাত বছৰমানৰ আগতে গিৰীন এবেলি এইফালে ফুৰিবলৈ আহিছিল। ইমানদিন তেওঁ বাঁকীপুৰত বাস কৰিছিল, কলিকতালৈ আহিবলৈ কোনো আৱশ্যক নাছিল বাবে ইয়ালৈ অহা নাছিল। সেইবাবে শেখৰে তেওঁক চিনি নেপায়। ললিতাক ৰৈ থকা দেখি শেখৰে তাইলৈ চাই ক'লে, এনেয়ে ৰৈ আছা কেলেই, যোৱাগৈ। এইবুলি কৈয়ে তেওঁ মুখৰ সমুখত কিতাপখন তুলি ললে।

পাঁচমিনিটমান মনে মনে ৰৈ শেষত ললিতাই লাহে লাহে সুধিলে, যামনেকি ?

যাবলৈকেতো কৈছোঁ ললিতা !

শেখৰৰ ভাব দেখি ললিতাৰ থিয়েটাৰ চোৱাৰ ইচ্ছা নাইকিয়া হ'ল, কিন্তু তাই যে নগলেও নহয়।

আগতেই বন্দৱস্ত হৈ গৈছে যে তাই আধা খৰচ দিব আৰু চাৰুৰ মোমায়েকে বাকী আধা দিব।

চাৰুহঁতৰ ঘৰত সকলোৱেই তাইৰ বাবে বৈ ৰৈ লাহে লাহে যে অধৈৰ্য্য হৈ পৰিছে সেই কথা তাই নিজে ভালকৈয়ে বুজি পালেও আন কোনো উপায়ো বিচাৰি নেপালে। অনুমতি নোপোৱাকৈ যাবলৈ তাইৰ সাইধ, নাই। আকৌ দুই তিনি মিনিটমান নিশব্দে ৰৈ তাই পুনৰ সুধিলে, শেখৰদা মাত্ৰ আজিৰ দিনটোৰ কাৰণে যামনে ?

শেখৰে কিতাপখন একাষে দলিয়াই পেলাই ধমক্ দি উঠাৰ

দৰে ক'লে, বিৰক্ত কৰি নাথাকিবা ললিতা, যাবৰ ইচ্ছা হৈছে যোৱা ; ভাল-বেয়া বুজাৰ বয়স তোমাৰ যথেষ্ট হৈছে।

ললিতা চক্‌খাই উঠিল। শেখৰে যে আজি তাইক নতুনকৈ ধমক্ দিছে এনে নহয়। ধমক্ দিয়া অভ্যাস আগতেও আছিল, কিন্তু যোৱা দুই তিনি বছৰৰ ভিতৰত তেওঁ এনে কৰা নাই। সিফালে আকৌ বন্ধু-বান্ধৱসকলে তাইলৈ অপেক্ষা কৰি বৈ আছে, তাই নিজেও কাপোৰ-কানি পিন্ধিয়ে আহিছে ; মাজতে টকা নিবলৈ আহি মাত্র এই বিপাঙখনত পৰিলহি। বন্ধু-বান্ধৱৰ ওচৰলৈ গৈয়েই বা তাই এতিয়া কি কবগৈ।

ক'ববালৈ যোৱা-মেলাৰ বিষয়ত এতিয়ালৈকে শেখৰে তাইক অবাধ স্বাধীনতা দি আহিছিল, সেই বাবেই তাই একেবাৰে কাপোৰ-কানি পিন্ধি এইখিনি ওলাইছিলহি। কিন্তু এতিয়া সেই স্বাধীনতাকণো খৰ্ব্ব হৈ গ'ল। যি কাৰণে এনে হব লগা হ'ল সেই কাৰণটো যে লাজৰ বিষয় সেই কথাও তেৰ বছৰ বয়সত পোন প্ৰথমে উপলব্ধি কৰিব পাৰি ভিতৰি ভিতৰি তাই মৃতপ্ৰায় যেন হ'ল। অভিমানত চকু ঢুলঢুলীয়া কৰি আৰু পাঁচ মিনিট-মান থিয় হৈ বৈ শেষত নিশব্দে আচলেৰে চকু মোহাৰি তাৰ পৰা গুচি গ'ল। নিজৰ ঘৰ পোৱাৰ পিছত চাকৰণীজনীৰ হতুৱাই আন্নাকালীক মতাই অনাই তাইৰ হাতত টকা দহোটা দি তাই ক'লে, কালী, আজি তইঁতিয়েই যা দেই, মোৰ বৰ অসুখ কৰিছে, সখীক ক'বি মই যাব নোৱাৰো।

কালীয়ে সুধিলে—কি অসুখ, সৰু বাইদেউ ?

মুৰ কামুৰিছে, বমি বমি ভাব হৈছে—বৰ অসুখ কৰিছে, —এই বুলি কৈ তাই লাহেকৈ বিছনাত কাতি হৈ শুই পৰিল। চাকৰে খবৰ পাই অনেক অনুনয়-বিনয় কৰিলেহি, মামীয়েকৰ হতুৱাইও কোৱালে, কিন্তু কোনোমতেই তাইক যোৱাব নোৱাৰিলে। আন্নাকালীয়ে হাতত দহটা টকা পাই যাবলৈ দেও পাৰি আছিল। এইবোৰ অসুবিধাৰ ফলত শেষত যোৱা নহ'বগৈ বুলি ভাবি তাই চাৰুক এদাঁতিলৈ মাতি আনি টকা দেখুৱাই ক'লে, সৰু বাইদেউৰ অসুখ কৰিছে যেতিয়া তেওঁ নগলেই জানিবা, চাৰু বাইদেউ! মোৰ হাতত টকা দিয়ে দিছে, এইয়া চোৱা—ব'লা আমি যাওঁগৈহঁক। আন্নাকালী বয়সত সৰু হলেও তাইৰ বুদ্ধিটো যে ভোতা নহয় সেই কথা চাৰুৱে ধৰিলে। সেই বাবে তাই আন্নাকালীক লগত লৈ গুচি গ'ল।




# তৃতীয় পৰিচ্ছেদ

চাৰুবালাৰ মাক মনোৰমাৰ মানত তাচ খেলাই সংসাৰত আটাইতকৈ প্ৰিয় বস্তু। কিন্তু খেলাৰ ইচ্ছা যিমান, সেই হিচাপে তেওঁৰ দক্ষতা নাছিল। ললিতাৰ অৱশ্যে এই ত্ৰুটি মুঠেই নাছিল। তাই খুব ভাল খেলিব পাৰে। মনোৰমাৰ মোমায়েকৰ-পুতেক, ভায়েক গিৰীন অহাৰে পৰা এই কেইদিন দুপৰীয়া দুপৰীয়া সিহঁতৰ ঘৰত তাচ খেলাৰ খুব ধুম পৰিছে। গিৰীন মতা মানুহ, তাতে খেলেও ভাল। সেইবাবে তাৰ বিপক্ষে তাচ খেলিবলৈ হলে মনোৰমাই ললিতাক তেওঁৰ ফলীয়া কৰি লবই লাগে।

থিয়েটাৰ চোৱাৰ পিছদিনা ললিতা নহা দেখি মনোৰমাই চেগ বুজি চাকৰণী ছোৱালীজনীক পঠিয়াই দিলে। ললিতাই তেতিয়া ঘৰত বহি বহি এখন ইংৰাজী কিতাপৰ পৰা বঙালীলৈ তৰ্জ্জমা কৰি আছিল ; মাতিলতো নগ'ল।

তেওঁৰ সখীয়েকেও এবাৰ আহি তেওঁক ক'লেহি, কিন্তু একো ফল নহ'ল। অৱশেষত মনোৰমা নিজেই আহি কিতাপ-পত্ৰবোৰ একালে দাঁলিয়াই দি ক'লেহি, উঠ। কিতাপ পঢ়ি তই জজ-মুন্সেপ হবগৈ নেলাগে, তাতকৈ তাচকে খেলোগৈ, ব'ল।

ললিতাই মনে মনে বিপদত পৰি কান্দো কান্দো হৈ জনালে, আজি তাই কোনো ৰকমেই যাব নোৱাৰে, কালিলৈহে যাব। মনোৰমাই কোনো ওজৰ-আপত্তিকেই গ্ৰাহ্য নকৰি মামীয়েকক কৈ তাইক তাৰ পৰা বলেৰে তুলি লৈ গ'ল। কি হ'ব, আজিও আকৌ তাই গিৰীনৰ বিপক্ষে বহি তাঁচ খেলিব লগা হ'ল। কিন্তু খেলা মুঠেই নুঠিল। তাত তাই অকণো মন দিব নোৱাৰিলে। খেলাৰ আদিৰ পৰা অন্তলৈকে গোটেই সময়খিনি তাই অন্যমনস্ক হৈ থাকিল আৰু বেলি নৌ পৰোতেই উঠি গুচি আহিল। যাবৰ সময়ত গিৰীনে তাইক কলে, কালি ৰাতি আপুনি টকা-সিকা পঠিয়াই দি নিজে দেখোন নাহিল। কাইলৈ আকৌ যাওঁ বলক।

ললিতাই লাহেকৈ উত্তৰ দিলে, কালি মোৰ বৰ অসুখ কৰিছিলে।

গিৰীনে হাঁহি হাঁহি ক'লে, এতিয়াতো আৰু আপোনাৰ অসুখ নাই, বলক কাইলৈ এবাৰ যাওঁহক।

নাই, নাই, কাইলৈ মোৰ মুঠেই আজৰি নাই এই বুলি কৈ ললিতাই লৰালৰিকৈ তাৰ পৰা উঠি গুচি গ'ল। আজি খেলাত তাইৰ মুঠেই মন বহা নাছিল; অকল যে শেখৰৰ ভয়তে তেনে হৈছিল এনে নহয়, তাইৰ নিজৰো বৰ লাজ লাগিছিল।

শেখৰৰ ঘৰলৈ তাই যেনেকৈ যায় সেইদৰে সৰুকালৰে পৰা মনোৰমাহঁতৰ ঘৰলৈও অহা-যোৱা কৰে। ঘৰৰ মানুহৰ দৰে সিহঁতৰ ঘৰৰ সকলোৰে আগত নিঃসঙ্কোচে ওলোৱা

সোমোৱাও কৰে। সেই বাবে চাৰুৰ মোমায়েকৰ আগত ওলাবলৈ-মেলিবলৈ বা কথা-বতৰা পাতিবলৈ প্ৰথমতে তাই অকণো দ্বিধা বোধ কৰা নাছিল। কিন্তু আজি গিৰীনৰ লগত মুখামুখিকৈ বহি খেলি থাকোতে তাইৰ মনত কেবল এটা ভাবে বাৰে বাৰে খুন্দিয়াই আছিল; তাই এইটো বুজিলে গিৰীনে যেন এই কেইদিনৰ ভিতৰতে তাইক কিবা অলপ বেলেগ চকুৰে চাইছে। পুৰুষ মানুহে তেনে চকুৰে চোৱা দেখিলে যে কিমান লাজ লাগে সেই কথা তাই ইতিপূৰ্ব্বে কেতিয়াও কল্পনা কৰিব পৰা নাছিল।

ঘৰত এবাৰ ভুমুকি মাৰিয়েই তাই শেখৰৰ ঘৰলৈ গ'ল আৰু শেখৰৰ কোঠাত সোমাই কাম কৰিবলৈ ধৰিলে। সৰু কালৰে পৰা এই কোঠাৰ সৰু-সুৰা কামবোৰ সদায় তায়েই কৰি আহিছে। কিতাপ-পত্ৰ সজোৱা, মেজ চাফা কৰা, দোৱাত-কলম মচি-কাচি ঠিক কৰি থোৱা আদি কামবোৰ তাই নকৰিলে আৰু কৰোঁতা কোনো নাই। মাজতে সাতদিন কাম খতি হোৱাৰ ফলত কামৰ মাত্ৰা বাঢ়ি গৈছিল, সেইবাবে শেখৰ আহি নৌ পাওঁতেই আজি সকলো কাম কৰি শেষ কৰিবৰ মনেৰে তাই কঁকালত টঙালি বান্ধি ললে।

আজৰি পৰত ললিতা সদায় শেখৰৰ ওচৰলৈ আহে; এই ঘৰখনৰ কাকো তাই পৰ-জ্ঞান নকৰে বাবে তাইকো কোনেও পৰজ্ঞান নকৰে। আঠবছৰ বয়সতে তাইৰ মাক-বাপেক ঢুকায়; তেতিয়াৰে পৰা তাই মোমায়েকৰ ঘৰতে আছেহি। শেখৰৰ

ওচৰত তাই সদায় সৰু ভণীয়েকজনীৰ দৰে থাকে আৰু তাৰ পৰা লেখা-পঢ়া শিকে।

সকলোৱেই জানে যে শেখৰে ললিতাক বিশেষ ভাৱে চেনেহ কৰে, কিন্তু সেই চেনেহে যে এতিয়া কি ৰূপ ধৰিছে, সেই কথাহে কোনেও নেজানে ; আনকি ললিতাইও নেজানে। সৰুকালৰে পৰা শেখৰে তাইক একে দৰেই ইমান মৰম কৰি অহাৰ কথা সকলোৱেই দেখি আহিছে ; কিন্তু আজিলৈকে কাৰো চকুত সেই মৰম বিসদৃশ যেন লগা নাই বা কোনো ব্যৱহাৰতে কাৰো একো সন্দেহ ওপজা নাই। অৱশ্যে ললিতা যে কেতিয়াবা এই ঘৰত বোৱাৰী হৈ সোমাবহি পাৰে, সেই কল্পনাও কাৰো মনত কোনো-দিনাই উদয় হোৱা নাই। ললিতাহঁতৰ ঘৰতো কোনেও এই কথা ভবা নাছিল আৰু ভুৱনেশ্বৰীৰ মনতো কেতিয়াও এনে ভাবে ঠাই পোৱা নাছিল।

কাম শেষ কৰি শেখৰ অহাৰ আগতে গুচি যামগৈ বুলি ললিতাই মনে মনে পাঙি থৈছিল। কিন্তু অন্যমনস্ক হৈ থকা বাবে ঘড়ীৰ ফালে চোৱাই নাছিল। হঠাতে দুৱাৰ মুখত জোতাৰ শব্দ শুনি তাই মুখ তুলি চায়েই এ দাঁতিত গৈ থিয় হৈ ৰ'লগৈ।

শেখৰে কোঠাতে ভৰি দিয়েই শুধিলে কি হে, কালি ঘূৰি আহোঁতে আহোঁতে নিশা কিমান পৰ হ'ল ?

ললিতাই কোনো উত্তৰ নিদিলে।

শেখৰে এখন আৰামী-চকীৰ ওপৰত আঁউজি বহি সুধিলে,

ঘূৰি অহা হ'ল কেতিয়া? কিমান নিশা হ'ল? মুখৰ মাত নাইকিয়া হ'ল দেখোন?

ললিতা আগৰ দৰেই নিমাতে ৰ'ল।

এইবাৰ শেখৰে বিৰক্ত হৈ ক'লে, আয়ে মাতিছে হব পায়, তললৈ যোৱা।

ভুৱনেশ্বৰীয়ে পাকঘৰত বহি জলপান সজাই আছিল, তেনেতে ললিতা আহি ক'লেহি, মোক মাতিছিলে বোলে, হয়নে আই?

ক'তা মইতো তোক মতা নাই—বুলি ভুৱনেশ্বৰীয়ে ললিতাৰ মুখৰ ফালে চালে; তাৰ পিছত ক'লে, ললিতা, তোৰ মুখখন ইমান শুকান শুকান যেন লাগিছে কিয়? কিবা খালিনে নাই?

ললিতাই মূৰ জোকাৰি জনালে যে তাই একো নাই খোৱা।

ভুৱনেশ্বৰীয়ে ক'লে, বাৰু, যাচোন আগেয়ে তোৰ দাদাৰক খাবলৈ দি থৈ আহগৈ!

ললিতাই খোৱা বস্তু লৈ খন্তেক পিছতে ওপৰলৈ আহি দেখে যে শেখৰে আগৰ দৰেই আৰামী-চকীত পৰি আছে, অফিছৰ সাজপাৰো সলোৱা নাই, হাত-মুখো ধোৱা নাই। তাই ওচৰলৈ আহি লাহে লাহে ক'লে, জলপান আনিছোঁ।

শেখৰে ঘূৰিয়েই নাচালে। ক'লে, থৈ যোৱাচোন ক'ৰবাত।

শেখৰে চকু দাঙি চোৱা নাছিল যদিও গম পালে যে ললিতা

যোৱা নাই। দুই-তিনি মিনিট পৰ নিঃশব্দে বৈ শেষত সি ক'লে, আৰু কিমান পৰ এনেকৈ বৈ থাকিবা ললিতা? মোৰ খাওঁতে বেলি হব, খোৱা বস্তুখিনি থৈ তললৈ যোৱা।

নিঃশব্দে বৈ থাকোতে ললিতাৰ মনে মনে খং উঠিছিল; তথাপি তাই কোমল সুৰত ক'লে, হওক বেলি, তলত মোৰ একো কাম নাই।

শেখৰে এইবাৰ হাঁহি হাঁহি ক'লে, এইয়া এতিয়া দেখোন মুখৰ মাত ওলাইছে। তলত কাম নেথাকিলে কি হ'ল, ইঘৰত আছে নহয় আৰু তাত নহলে তাৰ পাছৰ ঘৰত ওলাব নহয়? তোমাৰ ঘৰ কিবা এখন হে জানো ললিতা?

হয়তো, মোৰ ঘৰ কেবাখনো—বুলি খঙৰ কোবত ললিতাই খোৱাৰ থালখন ঠেকেচ্ কৰে মেজত পেলাই থৈ দুপ্‌দুপাই বাহিৰলৈ ওলাই গ'ল।

শেখৰে চিঞৰি ক'লে সন্ধিয়াৰ পিছত এবাৰ আহিবা।

তলৰ পৰা ওপৰলৈ মই বাৰে বাৰে অহা যোৱা কৰি থাকিব নোৱাৰো—বুলি কৈ ললিতা গুচি গ'ল।

তললৈ আহি পোৱাৰ লগে লগে মাকে ক'লে, দাদাৰক খাবলৈহে দি আহিলি, তামোল-পান দেখোন নিদিলিগৈ।

মোৰ ভোক লাগিছে আই, মই আৰু যাব নোৱাৰো, অন্য কাৰোবাক কওক—বুলি খপ্ কৰে ললিতা বহি পৰিল।

মাকে তাইৰ বিতুষ্ট মুখখনৰ ফালে চাই মিচিকিয়াই হাঁহি ক'লে, বাৰু, তই খাই ল, চাকৰণীজনীকে পঠিয়াওঁ।

কোনো উত্তৰ নিদি ললিতাই নিঃশব্দে খাবলৈ লাগি গ'ল।

থিয়েটাৰলৈ নোযোৱা সত্ত্বেও শেখৰে মিছাকৈয়ে তাইক বকি থকা হেতুকে খং উঠি তাই চাৰি-পাঁচ দিনমান শেখৰক দেখা দিবলৈকে যোৱা নাছিল, কিন্তু সি অফিচলৈ গ'লে দুপৰীয়া বেলিকা গৈ ৰীতিমত তাৰ কোঠাৰ কাম-বন ঠিক মতে কৰি থৈ আহেগৈ। শেখৰে নিজৰ ভুল বুজিব পাৰি তাইক দুদিন মাতি পঠিয়াইছিল, কিন্তু তাই নাহিল।

## চতুৰ্থ পৰিচ্ছেদ

একে চুবুৰীতে থকা অতি বুঢ়া মগনীয়া এটা মাজে মাজে প্ৰায় ঘৰে ঘৰে ভিক্ষা কৰিবলৈ আহে; তাৰ ওপৰত ললিতাৰ দয়া ওপজিছিল, আহিলেই এটা এটা টকা দিয়ে। টকা পাই সি জাউৰিয়ে জাউৰিয়ে অপূৰ্ব্ব আৰু অসম্ভৱ অসম্ভৱ আশীৰ্ব্বাদ দিয়ে; ললিতাই সেইবিলাক আশীৰ্ব্বাদ শুনি ভাল পায়। সি কয় যে ললিতা হেনো আগৰ জনমত তাৰ মাক আছিল আৰু সেই বাবে ললিতাক দেখামাত্ৰকে সি তাইক চিনি পাইছে। এই বুঢ়াডোখৰ আজি ৰাতিপুৱাতে আহি দুৱাৰমুখত বৈ চিঞৰি মাতিলেহি—মোৰ আইমাতৃ আছানে, এবাৰ ওলাই মাত দিয়াচোন?

কিন্তু আজি বুঢ়া পুতেকৰ মাত শুনি ললিতা বিব্ৰত হৈ পৰিল। এতিয়া শেখৰ কোঠাৰ ভিতৰতে বহি আছে, তালৈ টকা আনিবলৈ কেনেকৈ যায়? ইফালে সিফালে চাই শেষত তাই মামীয়েকৰ কাষ চাপিল। মামীয়েকে আকৌ তেতিয়া চাকৰণী ছোৱালীজনীৰ ওপৰত এজাউৰি বকনি বকি অতাই ভাতৰ চৰুত সোমাইছিল; সেইবাবে ললিতাই তেঁওঁকো একো কব নোৱাৰি ঘূৰি আহি দেখিলে মগনীয়াটোৱে দুৱাৰদলিতে লাঠিডাল আউজাই থৈ মাটিত কুঁচি-মুচি বহি আছে। ইতিপূৰ্ব্বে ললিতাই

তাক কোনোদিনে শুদা মুখে উলটি যাবলৈ দিয়া নাই, আজিও তাইৰ নিৰাশ কৰিবৰ মন নগ'ল।

মগনীয়াটোৰে আকৌ এবাৰ চিঞৰিলে।

আন্নাকালীয়ে ক'ৰবাৰ পৰা উধাতু খাই আহি ক'লেহি, সৰু বাইদেউ তোমাৰ বুঢ়ালৰা আহিছে, শুনিছানে নাই ?

ললিতাই ক'লে, কালী এটা কাম কৰি দেচোন। মোৰ হাত বন্দী হৈ আছে, তই শেখৰদাৰ পৰা টকা এটা আনগৈ-চোন যা।

কালী দৌৰি গ'ল। অলপপৰৰ পাছত আকৌ দৌৰি আহি ললিতাৰ হাতত এটি টকা দি ক'লেহি, এইয়া, নিয়া।

ললিতাই সুধিলে, শেখৰদাই কিবা কৈছিলে নেকি ?

ওহোঁ, একো কোৱা নাই। মোক ক'লে চাপকনৰ জেপতে টকা আছে লৈ যা, মই লৈ আহিলো।

আৰু একো কোৱা নাই নে ?

নাই, আৰু একো কোৱা নাই—বুলি আন্নাকালী খেলিবলৈ গুচি গ'ল।

ললিতাই টকা দি মগনীয়াটোক পঠাই দিলে। কিন্তু আন দিনৰ দৰে বৈ থাকি তাৰ আশীৰ্ব্বাদ আজি শুনিব নোৱাৰিলে, শুনিবলৈ ভাল নালাগিল।

এই কেইদিন চাৰুহঁতৰ ঘৰত পূৰ্ণ উদ্যমত আড্ডা বহিছিল ; আজি দুপৰীয়া ললিতা তালৈ নগ'ল ; মূৰ কামুৰিছে বুলি শুই থাকিল। সঁচাসচিকৈয়ে তাইৰ মনটো আজি একেবাৰে বেয়া

আছিল। আবেলি কালীক ওচৰলৈ মাতি তাই সুধিলে, তই আজিকালি শেখৰদাৰ ওচৰত পঢ়া বুজিবলৈ যাব নে, নেযাৱ ?

কালীয়ে মুৰ তুপিয়াই ক'লে, যাওঁ।

শেখৰদাই মোৰ কথা কিবা সোধেনে ?

নোসোধে। অ' নহয় পাহৰিছোৱেই ; পৰহি দিনা সুধিছিল —তুমি তুপৰীয়া তুপৰীয়া তাচ খেলানে নেখেলা ?

উদ্বিগ্ন মনেৰে ললিতাই প্ৰশ্ন কৰিলে, তই কি উত্তৰ দিলি ?

কালীয়ে ক'লে, ক'লো যে তুপৰীয়া হলে তুমি চাৰু বাইদেউৰ ঘৰলৈ তাচ খেলিবলৈ যোৱা। শেখৰদাই সুধিলে, কোনে কোনে খেলে ? মই ক'লো, তুমি, সখীৰ মাক, চাৰু বাইদেউ আৰু তেওঁৰ মোমায়েক। বাৰু কোৱাচোন—তুমি ভাল খেলানে, চাৰু বাইদেউৰ মোমায়েকে ভাল খেলে সৰু বাইদেউ ? সখীৰ মাকে ক'লে, তুমি হেনো ভাল খেলা, হয়নে ?

ললিতাই সেই কথাৰ উত্তৰ নিদি বিৰক্ত হৈ ক'লে, তইনো অতবোৰ কথা কিয় কবলৈ গলি ? সকলো কথাকে তোক শিকাই থাকিব লাগে ; আজিৰ পৰা যদি তোক কিবা দিওঁ, চাবিচোন, বুলি তাই খঙত তাৰ পৰা গুচি গ'ল।

কালী অবাক হৈ ৰ'ল। এনেকৈ আকস্মিক ভাবে ভাব পৰিবৰ্ত্তন হোৱাৰ কাৰণ কি তাই এঁকো ধৰিবকে নোৱাৰিলে।

তুদিন ধৰি মনোৰমাৰ ঘৰত তাচ খেলা বহা নাই ললিতা নহা বাবে। ললিতাক দেখিবৰ পৰা গিৰীন তাইৰ প্ৰতি আকৃষ্ট

হৈছিল, এই কথা মনোৰমাই প্ৰথমৰ পৰাই সন্দেহ কৰিছিল, আজি সেই সন্দেহ নিশ্চিত হ'ল।

এই দুদিন গিৰীনক খেলা-ধূলাত অনিচ্ছুক আৰু সাধাৰণতে অন্যমনস্ক যেন দেখা গৈছিল। আবেলি ফুৰিবলৈ ওলাই নেযায়, যেতিয়াই তেতিয়াই ঘৰৰ ভিতৰত ইটো কোঠাৰ পৰা সিটো কোঠালৈ অহা-যোৱা কৰি ফুৰে; আজি দুপৰীয়া হ'লত তেওঁ আহি ক'লেহি, বাইদেউ, আজিও খেলা নহয় নেকি ?

মনোৰমাই ক'লে, কেনেকৈ হব গিৰীন, মানুহেই দেখোন নাই। নহলে ব'ল আমি তিনিজনেই খেলোগৈ।

গিৰীনে নিৰুৎসাহ হৈ ক'লে, তিনিজনেৰে ক'ৰবাত খেলা হয়নে ? ললিতাকে মাতি নপঠিওৱা কেলেই ?

তাই নাহে।

বিমৰ্ষ মনেৰে গিৰীনে সুধিলে, নাহিব কেলেই, সিহঁতৰ ঘৰত হাক দিছে নেকি ?

মনোৰমাই ক'লে, নহয়, তাইৰ মোমায়েক আৰু মামীয়েকহঁত তেনে মানুহ নহয়, তাই নিজেইহে অহা নাই।

গিৰীনে হঠাতে আনন্দিত হৈ ক'লে, তেনেহলে তুমি নিজে গৈ এবাৰ মাতি লৈ আহিলেই আহিব, কিজানি কথাষাৰ কৈ পেলাই তেওঁ নিজে নিজেই লাজ পালে।

মনোৰমাই হাঁহি মাৰি ক'লে,—বাৰু যাওঁ তেনেহলে; এই বুলি গৈ অলপ পৰৰ পিছতে ললিতাক ধৰি আনি তাচ্ খেলাত বহুৱাই দিলেহি।

দুদিনৰ পাছত খেলা ; অলপ সময়ৰ ভিতৰতেই খেলা ভালকৈয়ে উঠিবলৈ ধৰিলে। ললিতাহঁত জিকিছিল্।

দুঘণ্টামান যোৱাৰ পিছত কালী ক'ৰবাৰ পৰা আহি থিয় হৈ বৈ ক'লেহি, সৰু বাইদেউ, শেখৰদাই বেঁগেতে মাতিছে।

ললিতাৰ মুখ শেতা পৰি গ'ল, তাচ বিলোৱা বন্ধ কৰি সুধিলে, শেখৰদা অফিছলৈ যোৱা নাই নেকি ?

জানো, অফিচৰ পৰা ঘূৰি আহিল দেখোন—এই বুলি তাই তাৰ পৰা আঁতৰি গ'লগৈ।

ললিতাই তাচ থৈ দি মনোৰমাৰ ফালে চাই কুণ্ঠিত ভাবে ক'লে, যাওঁ দেই, আমৈ !

মনোৰমাই তাইৰ হাতত ধৰি ক'লে, তেনে কৰিলে নহব, আৰু দুবাজিমান খেলি যা।

ললিতা ব্যস্ত হৈ উঠি থিয় দি ক'লে, নহয় নহয় মই আৰু নেখেলোঁ, তেতিয়া হলে তেওঁৰ খুব খং উঠিব, এই বুলি কৈ লৰা-লৰিকৈ তাৰ পৰা গুচি গ'ল।

গিৰীনে প্ৰশ্ন কৰিলে, বাইদেউ, শেখৰদা আকৌ কোন ?

মনোৰমাই ক'লে, আমাৰ ঘৰৰ আগত যে সউ ফটক-লগা ঘৰটো আছে, সেইটোৱেই তেওঁলোকৰ ঘৰ।

গিৰীনে মুখখন ঘূৰাই ক'লে, অ'-সেই ডাঙৰ ঘৰটো। নবীনবাবু এওঁলোকৰ সম্বন্ধীয়া নেকি ?

মনোৰমাই জীয়েকৰ মুখৰ ফালে চাই অকণমান হাঁহি ক'লে, সম্বন্ধীয়া হব কেনেকৈ ? ললিতাহঁতৰ ঘৰৰ ভেটিটো পৰ্য্যন্ত বুঢ়াই

আত্মসাৎ কৰিবলৈ ফন্দী পাতিছে। গিৰীনে আচৰিত হৈ চাই থাকিল।

মনোৰমাই তেতিয়া আদ্যোপান্ত সকলো কাহিনী বৰ্ণাবলৈ ধৰিলে—কেনেকৈ টকাৰ অভাৰত গুৰুচৰণ বাবুৰ মাজু জীয়েকক বিয়া দিবপৰা নাছিল, পিছত কেনেকৈ অসম্ভৱ সুদত নবীন ৰায়ৰ পৰা টকা ধাৰলৈ আনি ঘৰ-বাৰী বন্ধকত থব লগা হ'ল।

এই টকাৰ ধাৰ মৰা যে কোনো দিনে হৈ নুঠিব আৰু অৱশেষত এদিন ঘৰটো নবীন ৰায়েই লবগৈ—এই কথাও মনোৰমাই গিৰীনক নোকোৱাকৈ নেথাকিলে।

মনোৰমাই সকলো কথা কৈ শেষত এই বুলি মন্তব্য প্ৰকাশ কৰিলে, বুঢ়াই মনে মনে ভাবিছে যে গুৰুচৰণবাবুৰ ঘৰটো ভাঙি তাত সৰু পুতেক শেখৰৰ বাবে ডাঙৰকৈ এটা ঘৰ সাজিব। দুয়োটা পুতেকৰ বাবে দুখন ঘৰ কৰিব—কথাটো বৰ বেয়া নহয়।

আদ্যোপান্ত কাহিনী শুনি গিৰীনে মনে মনে দুঃখ পালে; সেইবাবে সি সুধিলে, বাইদেউ, গুৰুচৰণবাবুৰ আৰু ছোৱালী আছে নহয়, সেইবোৰকনো কেনেকৈ বিয়া দিব?

মনোৰমাই ক'লে, নিজৰ ছোৱালীতো আছেই, তাবোপৰি ললিতা আছে নহয়। তাইৰ মাক-বাপেক কোনো নাই, দুখীয়া মোমায়েকৰ ওপৰতে সকলো ভাৰ। সিফালে দিনে দিনে ডাঙৰো হৈ আহিছে, এই বছৰৰ ভিতৰত বিয়া নিদিলেই নহয়। সিহঁতৰ সমাজত সহায় কৰোঁতা মানুহ কেও নাই, সকলোবোৰেই

কেৱল জাতৰ বাচ-বিচাৰ লৈয়ে ব্যস্ত—আমিয়েই ভালেৰে আছোঁ, বুজিছ গিৰীন !

গিৰীন মনে মনে থাকিল। তেওঁ কৈ যাবলৈ ধৰিলে, সিদিনা ললিতাৰ কথা কৈ কৈ মামীয়েকৈ মোৰ গুৰিত কান্দি পেলালে। কি যে কৰিব একো ঠিক নাই—তাইৰ কথা ভাবোতে ভাবোতে গুৰুচৰণবাবুৰ পেটলৈ ভাত-পানী নোযোৱা হৈছে ; বাৰু গিৰীন, মুঙ্গেৰৰ ফালে তোৰ এনেকুৱা কোনো বন্ধু-বান্ধৱ আছেনে বাৰু, যি কেৱল ছোৱালী চাই বিয়া কৰাবলৈ মান্তি হব ? এনেকুৱা ছোৱালী কিন্তু বেগেতে পোৱা টান।

গিৰীনে বিষণ্ণ মনেৰে পাতলকৈ হাঁহি ক'লে, বন্ধু-বান্ধৱ ক'ত পাম বাইদেউ, অৱশ্যে লাগিলে টকা সিকা দি ময়েই সহায় কৰিব পাৰোঁ।

গিৰীনৰ দেউতাকে ডাক্তৰি কৰি অনেক টকা-পইচা আৰু বিষয়-সম্পত্তি ঘটি থৈ গৈছে, এতিয়া সেই সকলো সম্পত্তিৰে মালিক তেওঁয়েই হৈছে।

মনোৰমাই ক'লে, তই টকা ধাৰলৈ দিব খুজিছ নেকি ?

ধাৰলৈনো আৰু কি দিম, বাইদেউ ? ইচ্ছা হ'লে, তেওঁ পৰিশোধ কৰিব ; নহলে জানিবা নিদিলেই।

কথাশুনি মনোৰমা আচৰিত হ'ল। সুধিলে, টকা দি তেন্তে তোৰনো লাভ হব কি ? সিহঁত আমাৰ সম্বন্ধীয়াও নহয়, একে সমাজৰ মানুহো নহয়। এনেয়েনো কোনোবাই কাৰোবাক টকা দিয়েনে ?

গিৰীনে বায়েকৰ মুখৰ ফালে চাই হাঁহিবলৈ ধৰিলে, তাৰ পিছত ক'লে, একে সমাজৰ মানুহ নহ'লে কি হ'ব, দেশৰ হ'লেই হ'ল। তেওঁ অভাৰত পৰিছে আৰু মোৰ হাতত যথেষ্ট সা-সম্পত্তি আছে। এবাৰ বাৰু কৈ চোৱাচোন তেওঁক, যদি তেওঁ ৰাজী হয়, তেন্তে মই দিব পাৰোঁ। ললিতা তেওঁলোকৰো একো নহয় আমাৰো একো নহয়, তাইৰ বিয়াৰ খৰচটো ময়েই দি দিম, কি বোলা বাইদেউ ?

তেওঁৰ কথা শুনি মনোৰমা সন্তুষ্ট নহ'ল। ইয়াৰ কাৰণে তেওঁৰ নিজৰ একো ক্ষতি-বৃদ্ধি নহ'লেও, ইমান টকা এজন মানুহে আন এজনক দিয়া দেখিলে বহুত তিৰোতাৰ চকু পোৰে।

চাৰুৱে ইমান পৰ মনে মনে সকলো কথা শুনি আছিল, এইবাৰ তাই আনন্দত নাচি উঠি ক'লে, মামা টকাখিনি দিব বুলি মই আমৈক কৈ থৈ আহোঁগৈ দেই !

মাকে তাইক ধমক্ দি ক'লে, তই নেলাগে চাৰু, এইবোৰ সৰু ছোৱালীৰ কাম নহয়। যদি কব লগা হয় তেন্তে ময়ে কমগৈ।

ইয়াৰ উত্তৰত গিৰীনে ক'লে তাকে কৰা বাইদেউ। পৰহি বাটৰ ওপৰতে গুৰুচৰণবাবুৰ লগত খন্তেকপৰৰ বাবে মোৰ দেখা হৈছিল, কথাবাৰ্ত্তাত অনুমান হ'ল, মানুহজন সৰল প্ৰকৃতিৰ। তোমাৰ কি ধাৰণা হয় বাইদেউ ?

মনোৰমাই ক'লে, মোৰো সেই একে ধাৰণা, সকলোৱে তাকেই কয়; তেওঁলোক গিৰীয়েক-ঘৈণীয়েক হালেই পোন-পটীয়া মানুহ। এনেকুৱা মানুহ ঘৰ-বাৰী নাইকিয়া হৈ নিৰাশ্রয় হোৱা দেখিলে বৰ দুখ লাগে। তাৰ প্রমাণ হাতে হাতেই দেখোন পালি গিৰীন, শেখৰবাবুৱে মাতিছে বুলি কবলৈহে পালে, ললিতাই কেনেকৈ লৰালৰিকৈ উঠি পলাল! গোটেই ঘৰ-ঘৰোৱাহে যেন সিহঁতৰ ওচৰত বিক্রী হৈ আছে। কিন্তু ভালৰি বোলাই থাকিলেও একো লাভ নাই। নবীন ৰায়ৰ হাতত পৰিছে যেতিয়া তাৰ পৰা উদ্ধাৰ পোৱাৰ আশা নাই।

গিৰীনে সুধিলে, তেনেহলে গুৰুচৰণবাবুক কথাটো সুধিবা-লৈগে নেকি?

বাৰু মই সুধিম। টকা দি উপকাৰ কৰিব পাৰিলে বেয়া নহয়? এই বুলি কৈ মনোৰমাই মিচিক কৰে হাঁহি ক'লে, বাৰু কচোন, লোকৰ কথা, লোকৰ বতৰা, তই আকৌ মূৰ ঘুমাই মৰিছ কিয়?

মূৰ ঘুমাই মৰাৰ কথা নহয় বাইদেউ, টানে আপদে পৰস্পৰে পৰস্পৰক সহায় কৰাটো নিয়ম—এইবুলি সি মিচিকীয়া হাঁহি এটি মাৰি আঁতৰি গুচি গ'ল; তাৰ অলপ লাজো লাগিছিল। হুৱাৰ মুখৰ গুৰি পাই সি আকৌ উভতি আহি বায়েকৰ সমুখত থিয় দিলেহি।

বায়েকে ক'লে, ঘূৰি আহিলি দেখোন?

গিৰীনে এটি হাঁহি মাৰি ক'লে, তুমি যিমানবোৰ কথা ক'লা, তাৰ আটাইবোৰ কথা সঁচা নহবও পাৰে !

মনোৰমাই আচৰিত হৈ সুধিলে, কেলেই ?

গিৰীনে কবলৈ ধৰিলে, ললিতাই যেনেকৈ পইচা পাতি খৰচ কৰে তাক দেখিলে কিন্তু তেওঁলোকক দুখীয়া যেন সমূলি নেলাগে। সেইদিনা আমি থিয়েটাৰ চাবলৈ যাওঁতে, তাই নিজে নগৈও ভনীয়েকৰ হাতত দহ টকা ৰূপ পঠাই দিছে। তাই কেনেকৈ পইচা খৰচ কৰে সেই কথা চাৰুৱেও জানে। মাহেকত কুৰি-পঁচিশ টকা নহলে তাইৰ নচলেই।

মনোৰমাই গিৰীনৰ কথাত পতিয়ন নগ'ল।

চাৰুৱে তেতিয়া ক'লে, সঁচা কথা আই, তাই শেখৰবাবুৰ পৰা টকা-সিকা আনে। সৰুৰে পৰা তেওঁৰ আলমাৰি খুলি তাই টকা আনে, কোনেও একো নকয়।

মনোৰমাই জীয়েকৰ মুখলৈ সন্দেহৰ চকুৰে চাই সুধিলে, টকা অনাৰ কথা শেখৰে জানেনে ?

চাৰুৱে মূৰ দুপিয়াই ক'লে জানেতো ; তেওঁ আগত থাকোতেই চাবি খুলি লৈ আহে। যোৱামাহত আন্নাকালীৰ পুতলাৰ বিয়া হওঁতে ইমান টকা কোনে দিলে বুলি ভাবিছা ? সকলো দেখোন সখীয়েই দিলে।

মনোৰমাই কিছুপৰ ভাবি-চিন্তি শেষত ক'লে, হবও পাৰে। অৱশ্যে পুতেকহঁত বাপেকৰ দৰে নীচ নহয়, মাকৰ দয়া-ধৰম

গোটেইখিনি সিহঁতে পাইছে। তদুপৰি ললিতা ছোৱালীজনীও বোলে বৰ ভাল ছোৱালী, সকুৰে পৰা তাই শেখৰৰ ওচৰতেই আছে, দাদা বুলি মাতে—সেইবাবে সকলোৱে তাইক মৰম কৰে। বাৰু চাৰু, এটা কথা গম পাইছনে? তইতো সিহঁতৰ ঘৰলৈ সদায় যাৱ, শেখৰৰ বোলে এইবেলি মাঘত বিয়া, হয় নেকি? শুনিছোঁ বোলে বিয়াৰ পৰা বুঢ়াই বহুত টকা পাব।

চাৰুৱে ইয়াৰ উত্তৰত ক'লে, হয় আই, বিয়া মাঘতে হব, সকলো ঠিক্ ঠাক্ হৈ গৈছে।

# পঞ্চম পৰিচ্ছেদ

গুৰুচৰণ এক ধৰণৰ মানুহ ; সৰু-বৰ সকলোৰেই তেওঁৰ লগত নিঃসঙ্কোচে কথা পাতিব পাৰে। দুই চাৰি দিন কথা পতাৰ পিছতেই গিৰীনৰ লগত তেওঁৰ স্থায়ী বন্ধুত্ব জন্মিছিল। গুৰু-চৰণৰ মনৰ বা চিতৰ দৃঢ়তা নাছিল বাবে তেওঁ তৰ্কত জিককেই বা হাৰকেই, তাত মুঠেই নালাগিছিল।

সন্ধিয়াপৰত গিৰীনক সদায় তেওঁ চাহ খাবলৈ মাতে। অফিছৰ পৰা আহি ঘৰ সোমাওঁতে তেওঁৰ গধূলি হয়। হাত-মুখ ধুই অতাই ললিতাক কয়, ললিতা, চাহ হ'লনে ? তাৰ পিছত আন্নাকালীক মাতি তেওঁ কয়, কালী, যাচোন, তোৰ গিৰীন মামাৰক মাতি আনগৈ। গিৰীন আহি বহাৰ লগে লগে চাহ খোৱা আৰু তৰ্ক দুয়োটাই সমানে চলে।

কোনো দিনা ললিতা আহি মামাকৰ পাছফালে মনে মনে বহি থাকে। সেই দিনা গিৰীনৰ যুক্তি-তৰ্কৰ কোৰ চৰে। আধুনিক সমাজৰ দোষৰ বিৰুদ্ধেই সাধাৰণতে তেওঁলোকে তৰ্কত প্ৰবৃত্ত হয়। সমাজৰ হৃদয়হীনতা, অসঙ্গত উপদ্ৰব আৰু অত্যাচাৰ—এইবিলাক আটাইবোৰ সঁচা কথা।

এইবিলাক সমৰ্থন কৰিবলৈ বাস্তবিকতে একো নাথাকিলেও, গুৰুচৰণৰ অশান্ত, উৎপীড়িত হৃদয়ৰ লগত গিৰীনৰ কথাবোৰ সুন্দৰ ভাৱে খাপ খায়। শেহত তেওঁ মুৰ দুপিয়াই কয়, ঠিক

কথা কৈছা, গিৰীন! নিজৰ ছোৱালীৰ বয়স হ'লে ভাল ঠাইত দিবলৈ সকলোৱেই ইচ্ছা কৰে, কিন্তু দিয়ে কেনেকৈ? সমাজৰ কথা হৈছে, ছোৱালীৰ বয়স হ'ল, বিয়া দিয়া, কিন্তু দিয়াৰ বন্দৱস্তটো কৰি দিব নোৱাৰে। তোমাৰ কথাবোৰ মোৰ গাতে খটুৱাই চোৱাচোন, ঘৰ-বাৰী পৰ্য্যন্ত বন্ধকত পৰি আছে, কালিলৈ যদি লৰা-ছোৱালী লৈ বাটৰ ভিখাৰী হওঁগৈ, তেতিয়াতো সমাজে আহি নকয় যে আহাঁ, মোৰ ঘৰতে আশ্রয় লোৱাহি। কি কোৱা?

গিৰীনে হয়তো এইবোৰ কথাৰ উত্তৰত একো নকয়, কিন্তু গুৰুচৰণবাবুৰ মুখ বন্ধ নহয়, তেওঁ কবলৈ ধৰে, খুব সঁচা কথা। এনে সমাজত থকাতকৈ জাত যোৱাই ভাল। খাবলৈ পোৱা বা নোপোৱা শান্তিৰে থাকিবই লাগিব। যি সমাজে দুখীৰ দুখ নুবুজে, বিপদত সাহস দিব নোৱাৰে, মাত্র চকু ৰঙা কৰি দেখুৱায় আৰু টেঁটু চেঁপি ধৰি থাকে, তেনে সমাজ আমাৰ নহয়—মোৰ দৰে দুখীয়াৰ বাবে নহয়, এই সমাজ কেৱল ডাঙৰ মানুহৰ বাবে। ভাল কথা, তেওঁলোকেই বাচি থাকক, আমাৰ যি হয় হওক। এই কথা কৈ গুৰুচৰণবাবু নীৰব হৈ পৰিল।

এই যুক্তি-তৰ্কবোৰ ললিতাই মন দি শুনে; আনকি ৰাতি বিছনাত পৰিও টোপনি নহালৈকে কথাবোৰ ভাবি-চিন্তি নিজৰ মনতে বিচাৰ কৰি চায়। প্রত্যেকটো কথাই তাইৰ মনত ৰৈ যায়। আপোন মনেৰে তাই কয়, যথাৰ্থতে গিৰীনবাবুৰ কথা-বোৰ একেবাৰে ন্যায়সঙ্গত।

তাই মামাকক অতিপাত ভাল পায়; মামাকৰ পক্ষ লৈ গিৰীনে যি কথাকেই নকওক লাগে, সকলোবোৰকে তাই অভ্ৰান্ত সত্য বুলি ধৰে। মোমায়েকে তাইৰ কাৰণেই বৰ বেচি চিন্তাত পৰিছে; দুখ-কষ্টৰো সীমা নোহোৱা হৈছে। তাইক আশ্ৰয় দিয়া বাবেইহে তেওঁ ইমান ক্লেশ সহ্য কৰিব লগা হৈছে। কিন্তু মামাকৰ জাত কিয় যাব এই কথা তাই বুজিব নোৱাৰে। ললিতাৰ বিয়া হোৱাৰ পাছত, যদি তাই বাঁৰী হৈ ঘৰলৈ ঘূৰি আহে, তেতিয়াতো কাৰো জাত নাযায়। বিয়া দিয়া আৰু বিয়া নিদিয়াৰ পাৰ্থক্য তেতিয়া কোনখিনিত থাকে? তাইৰ মনত বৈ যোৱা—গিৰীনৰ কথাৰ প্ৰতিধ্বনিবোৰ আকৌ এবাৰ মনৰ পৰা উলিয়াই তাই শোৱা-পাটীত পৰি ভাবে।

মোমায়েকৰ পক্ষ লৈ মোমায়েকৰ দুখ বুজি কোনোবাই কথা ক'লে, তেওঁক শ্ৰদ্ধা নকৰি বা তেওঁৰ মতৰ লগত নিজৰ মত নিমিলাই ললিতাৰ কোনো উপায় নাছিল। তেওঁ গিৰীনক আন্তৰিক ভাবে শ্ৰদ্ধা কৰিছিল।

লাহে লাহে তায়ো গুৰুচৰণৰ দৰেই সন্ধিয়া চাহ খোৱা-পৰলৈ সদায় বাট চাই বৈ থাকিবলৈ ধৰিলে।

আগতে গিৰীনে ললিতাক 'আপুনি' বুলি মাতিছিল। গুৰু-চৰণে এদিন হাক দি ক'লে, তাইক 'আপুনি' বুলি মাতিছা কেলেই, 'তুমি' বুলিবা। তেতিয়াৰে পৰা সি তাইক 'তুমি' বুলি মাতে।

এদিন গিৰীনে সুধিলে, চাহ খালানে নাই, ললিতা?

ললিতাই নাইখোৱা বুলি জনালত গুৰুচৰণবাবুৱে ক'লে, তাইক শেখৰে হাক দিছে। মাইকীমানুহে চাহ খোৱাটো শেখৰে ভাল নাপায়।

কাৰণ শুনি যে গিৰীন সন্তুষ্ট হব নোৱাৰিলে সেই কথা ললিতাই বুজিব পাৰিলে।

আজি শনিবাৰ। শনিবাৰে মেল ভাগোতে বহুত পৰ লাগে।

চাহ খোৱা শেষ হ'ল। গুৰুচৰণবাবুক আজি অন্যমনস্ক যেন দেখা গৈছিল—কথা-বতৰাত যেন অকণো উৎসাহ নাই।

গিৰীনে তাকে লক্ষ্য কৰি ক'লে, আজি আপোনাৰ শৰীৰ বোধহয় ভাল নহয়?

গুৰুচৰণবাবুৱে হোকাটো মুখৰ পৰা আঁতৰাই ক'লে, নাই. শৰীৰ দেখোন বেচ ভালেই আছে।

গিৰীনে সঙ্কুচিত মনেৰে সুধিলে, তেনেহলে অফিছতে কিবা গণ্ডগোল হ'ল নেকি?

নাই, অফিছতো একো হোৱা নাই, বুলি গুৰুচৰণবাবুৱে বিস্ময়ৰ চকুৰে গিৰীনৰ মুখৰ ফালে এবাৰ চালে। ভিতৰৰ উদ্বেগ যে বাহিৰত মুখত ফুটি উঠিছিল, সেই কথা সৰলচিতীয়া গুৰু-চৰণবাবুৱে ততেই ধৰিব পৰা নাছিল।

আগতে ললিতাই কথা-বতৰাত যোগ নিদিছিল, কিন্তু আজি-কালি দুই-এটি কথাত মাজে মাজে যোগ দিয়ে। তাই ক'লে, হয় মামা, আপোনাৰ মন বোধহয় আজি বেয়া।

গুৰুচৰণে হাঁহি মাৰি ক'লে, অ' সেই কথা কৈছা ! ঠিক কৈছ আই, মোৰ মনটো আজি সচাঁকৈয়ে বেয়া ।

ললিতা আৰু গিৰীন দুয়ো তেওঁৰ মুখৰ ফালে চালে ।

গুৰুচৰণে ক'বলৈ ধৰিলে, নবীনদাই সকলো কথা জানি-শুনিও আজি বাটতে ধৰি মোক বহুত কিবা-কিবি ক'লে। অৱশ্যে তেওঁকনো কি দোষ দিম, ছমাহতো হৈয়ে গ'ল । আচল টকাৰ কথাই নকওঁ, সুদৰ নামতো পাই-পইচা এটাকে দিবা পৰা নাই ।

বিষয়টো ধৰিব পাৰি ললিতাই সেইকথা তল পেলাবলৈ ছেলু বিচাৰিলে । কাণ্ডজ্ঞানহীন মোমায়েক এতিয়া ঘৰৰ কথা পৰত কৈ সৰ্ব্বনাশ কৰি পেলাব, এই ভয়ত তাই লৰালৰিকৈ কৈ উঠিল, একো চিন্তা নকৰিব মামা, পিছত সকলো ঠিক হৈ যাব ।

কিন্তু গুৰুচৰণে সেইফালে মুঠেই কাণষাৰ নকৰিলে । বৰং বেজাৰ মনেৰে হাঁহি ক'লে, পিছত আৰু একো ঠিক নহয় আই ! এইৰ কথা নধৰিবা, বুজিছা গিৰীন, তাইৰ চিন্তা হৈছে বুঢ়াক কেনেকৈ চিন্তা-ভাবনাৰ পৰা আঁতৰাই ৰাখিব পৰা যায় । কিন্তু বাহিৰৰ মানুহে যে তাইৰ দুখীয়া মোমায়েকৰ দুঃখ বুজা দূৰত যাওক, উভতিয়েই নাচায় ।

গিৰীনে সুধিলে, নবীনবাবুৱে আপোনাক কি ক'লে ?

গিৰীনে সকলো কথা গম পায় বুলি ললিতাই জানে,

সেইবাবে এই প্ৰশ্নটো এটা অসঙ্গত কৌতূহল যেন ভাবি তাইৰ গিৰীনৰ ওপৰত খং উঠিল।

গুৰুচৰণে অৱশ্যে পেটৰ কথা ভাঙি ক'লে, নবীনৰায়ৰ ঘৈণীয়েকে বহুদিনৰে পৰা অজীৰ্ণৰোগত ভুগি আছে, এতিয়া ৰোগ বেছি হোৱাত ডাক্তৰে বায়ু পৰিবৰ্ত্তনৰ ব্যৱস্থা দিছে। সেইবাবে টকাৰ প্ৰয়োজন; কাজেই এই সময়ত গুৰুচৰণে সুদখিনি আৰু মূলৰো অলপমান টকা দিবই লাগিব।

গিৰীনে কিছুপৰ স্থিৰ ভাৱে থাকি মিহি মাতেৰে ক'লে, এটা কথা আপোনাক কওঁ কওঁ বুলি কব পৰা নাই, যদি বেয়া নেপায় তেন্তে আজিয়েই কওঁ।

গুৰুচৰণে হাঁহি মাৰি ক'লে, মোক কথা কবলৈ কোনেও সঙ্কোচ নকৰে গিৰীন, কি কথা আছে, কৈ পেলোৱা।

গিৰীনে ক'লে, বাইদেউৰ পৰা শুনিছোঁ বোলে নবীনবাবুৰ টকাত সুদ বৰ বেছি। সেইবাবে মই এটা কথা কব খুজিছোঁ— মোৰ বহুতো টকা এনেয়ে পৰি আছে, আকৌ ইফালে নবীন-বাবুৰো টকাৰ দৰকাৰ, সেইবাবে মোৰ পৰাই টকা নি দিলে কেনে হয়?

ললিতা আৰু গুৰুচৰণ দুয়ো গিৰীনৰ মুখৰ ফালে চাই অবাক হৈ ৰ'ল। অত্যন্ত সঙ্কুচিত মনেৰে গিৰীনে পুনৰ আৰম্ভ কৰিলে, মোৰ এতিয়া টকাৰ বিশেষ একো আৱশ্যক নাই, আপোনাৰ যেতিয়াই ইচ্ছা হয়, তেতিয়াই ঘুৰাই দিব; তেওঁলোকৰ টকাৰ দৰকাৰ হোৱা দেখিহে কৈছোঁ যদি—

গুৰুচৰণে লাহে লাহে সুধিলে, গোটেইখিনি টকা তুমিয়েই দিব খুজিছানেকি ?

গিৰীনে তললৈ মুৰ কৰি ক'লে, হয়, তেওঁলোকৰ তেহে উপকাৰ হব—

ইয়াৰ উত্তৰত গুৰুচৰণে কিবা এটা কব খুজিছিল, ঠিক তেনেতে আন্নাকালী দৌৰি আহি সেইখিনি ওলালহি। সৰু বাইদেউ, সৰু বাইদেউ, শেখৰদাই কাপোৰ-কানি পিন্ধি ওলাবলৈ কৈছে—থিয়েটাৰ চাবলৈ যাব লাগিব, এই বুলি কৈ তাই আকৌ দৌৰি গুচি গ'ল। তাইৰ ব্যগ্ৰতা দেখি গুৰুচৰণে হাঁহিলে ; ললিতা থিৰ হৈ ৰ'ল।

আন্নাকালী খন্তেক পিছতে আকৌ এবাৰ আহি ক'লে ক'তা বাইদেউ, বহিয়েই থাকিলা দেখোন, আমি সকলোবোৰ ওলাই ৰৈ আছোঁ নহয়।

তথাপি ললিতাই উঠিবলৈ মন নকৰিলে। তাই শেষলৈকে কথাখিনি শুনি যাব খুজিছিল। কিন্তু গুৰুচৰণে কালীৰ মুখৰ ফালে চাই অকণমান হাঁহি ললিতাৰ মূৰত হাত ফুৰাই ফুৰাই কবলৈ ধৰিলে, তেনেহলে যা আই, দেৰি নকৰিবি—তোৰ কাৰণেই কিজানি সকলো ৰৈ আছে।

অগত্যা ললিতা উঠিব লগা হ'ল। কিন্তু যোৱাৰ আগতে তাই গিৰীনৰ মুখৰ ফালে এবাৰ কৃতজ্ঞতা-ভৰা চাৱনিৰে চাই লাহে লাহে আঁতৰি গ'ল। গিৰীনে সেই চাৱনি দেখিবলৈ পালে।

দহ মিনিটমানৰ পাছত কপোৰ-কানি পিন্ধি প্ৰস্তুত হৈ তামোল দিয়াৰ ছলেৰে আকৌ এবাৰ হাতত সাৰে ভৰিত সাৰে তাই কথা শুনিবলৈ চ'ৰা ঘৰ ওলালহি।

ইতিমধ্যে গিৰীন উঠি গ'ল। গুৰুচৰণে অকলে ডাঙৰ গাৰু এটাত মূৰটো থৈ শুই আছিল, তেওঁৰ জাপ যোৱা চকু দুটিয়েদি চকুলো নিজৰি পৰিছিল। এইখিনি যে আনন্দৰ চকুলো, সেই কথা ললিতাই বুজি পালে। বুজা বাবেই তাই গুৰুচৰণৰ ধ্যান ভঙ্গ কৰি নিদি আকৌ নিঃশব্দে বাহিৰলৈ ওলাই গুচি গ'ল।

খন্তেক পিছতে তাই শেখৰৰ কোঠা ওলালগৈ। তেতিয়া তাইৰ চকুতো পানী বিৰিঙি উঠিছিল। সেই সময়ত শেখৰৰ বাহিৰে তাত আৰু কোনো নাছিল, কালীয়ে আকৌ সকলোৰে আগতে গৈ গাড়ীত বহি আছিলগৈ। মাত্ৰ শেখৰে অকলে ললিতাৰ অপেক্ষাতে বোধহয় কোঠাত নিঃশব্দে ৰৈ আছিল। ললিতা অহাৰ লগে লগে তাইৰ চকুপানী বিৰিঙি উঠা চকুজুৰিলৈ এবাৰ চালে।

আঠ-দহদিনমান ললিতাক দেখিবলৈ নাপাই সি মনে মনে অতিশয় বিৰক্ত হৈ পৰিছিল, কিন্তু এইবাৰ সেইবোৰ পাহৰি উদ্বিগ্নচিত্তে প্ৰশ্ন কৰিলে, কি হ'ল, কান্দিছা দেখোন?

ললিতাই তললৈ মূৰ কৰি লাহেকৈ মূৰটো জোকাৰিলে।

এই কেইদিনৰ একান্ত অদৰ্শনৰ ফলত শেখৰৰ মনত এটা পৰিবৰ্ত্তন ঘটিছিল, সেইবাবে সি ওচৰলৈ আহি দুই হাত দি হঠাতে ললিতাৰ মুখখন তুলি ধৰি ক'লে, কান্দিছা কিয় ? কি হৈছে বাৰু ?

ললিতাই এইবাৰ আৰু নিজক চম্ভালি ৰাখিব নোৱাৰিলে, সেইখিনিতে বহি পৰি আঁচলেৰে মুখ ঢাকি ভালকৈয়ে কান্দিবলৈ ধৰিলে।

# ষষ্ঠ পৰিচ্ছেদ

নবীন ৰায়ে সুদে-মূলে সকলো টকা তন্নতন্নকৈ লেখি লৈ বন্ধকী কাগজখন ঘূৰাই দি সুধিলে, কোনে দিলেহে টকাখিনি ?

গুৰুচৰণে নম্ৰভাবে ক'লে, সেইকথা নুসুধিব দাদা, নাম কবলৈ হাক দিয়া আছে।

টকাখিনি ঘূৰাই পাই নবীন ৰায়ে সন্তোষ নাপালে ; এনে হবগৈ বুলি তেওঁ ভবাও নাছিল আৰু ইচ্ছাও কৰা নাছিল। বৰং সেই ঘৰটো ভাঙি তাত কেনেকৈ এটা ওখ অট্টালিকা সজাব, সেই কথাহে সততে তেওঁ চিন্তা কৰিছিল। শ্লেষৰ সুৰত তেওঁ উত্তৰ দিলে, এৰা, হাকতো দিবই কবলৈ। দোষতো তোমাৰ নহয় দোষ মোৰহে। টকা খোজাটো এটা ডাঙৰ অপৰাধ, নহলে এনেয়ে মানুহে কলিকাল বুলি কয়নে ?

গুৰুচৰণে অত্যন্ত ব্যথিত হৈ ক'লে, কিয় তেনেকৈ কৈছে দাদা ? আপোনাৰ টকাৰ ধাৰহে শুজিছোঁ, দয়াৰ ধাৰতো শুজিব পৰা নাই।

নবীনে হাঁহিলে। তেওঁ অভিজ্ঞ লোক, এইবোৰ কথাত বিশ্বাস কৰা হলে গুৰ বেচি ইমান টকা কৰিব নোৱাৰিলেহেঁতেন। ক'লে, সঁচাকৈয়ে তেনেকৈ ভবা হলে, এনেকৈ সুদে-মূলে টকা শোধাই নিদিলাহেঁতেন। টকাখিনিতো মোৰ বাবে খোজা

নাছিলোঁ, তোমাৰ নবৌৱেৰাৰ অসুখৰ খাতিৰেহে—বাৰু, ঘৰটো কিমান সুদত বন্ধক ৰাখিলা ?

গুৰুচৰণে ক'লে বন্ধক ৰখা নাই, সুদৰ কথাও একো উঠা নাই।

নবীন এই কথাত পতিয়ন নগ'ল। সুধিলে, কি ক'লা, একেবাৰে এনেয়ে দিলে টকা ?

হয়, দাদা, একৰকম সেয়ে কথা। লৰাটো সৎ স্বভাৱৰ, বৰ দয়ালু।

লৰাটো, ক'ৰ লৰাহে এইটো ?

গুৰুচৰণে এই প্ৰশ্নৰ উত্তৰ নিদি মৌন হৈ ৰ'ল। এতিয়া-লৈকে যিমানখিনি কৈ পেলালে তাকো তেওঁ কব নালাগিছিলহে।

নবীনে তেওঁৰ মনোভাব বুজি পাতলকৈ হাঁহি ক'লে, হাক দিছে যেতিয়া নাম নোকোৱাই ভাল, কিন্তু এটা কথা সাৱধান কৰি দিওঁ দেই, সংসাৰত বহুতো ধৰণৰ মানুহ দেখিছোঁ নহয়, ভাই, এই লৰাজন যেয়েই নহওক, শেষত যেন গৈ তোমালোকক বিপদত নেপেলায়গৈ, তাৰ বাবে চকু ৰাখিবা।

গুৰুচৰণে ইয়াৰ উত্তৰত একো নকৈ নমস্কাৰ কৰি কাগজখন হাতত তুলি লৈ তাৰপৰা ঘৰলৈ ঘূৰি আহিল।

প্ৰায় প্ৰত্যেক বছৰতেই ভুৱনেশ্বৰীয়ে এই সময়ত কিছুদিনৰ বাবে পশ্চিমৰ ফালে গৈ ঘূৰি আহেগৈ। তেওঁৰ অজীৰ্ণ ৰোগ আছে, এনেকুৱা ভ্ৰমণৰ পৰা উপকাৰ হয়। ৰোগ বৰ বেছি নহয়। নবীনে সেইদিনা কাৰ্য্যোদ্ধাৰৰ বাবেহে গুৰুচৰণৰ আগত

কথাটো বঢ়াই কৈছিল। যি কি নহওক, যাত্ৰাৰ আয়োজন হ'বলৈ ধৰিলে।

সেইদিনা পুৱা-বেলিকা এটা চামবাৰ চুটকেচত শেখৰে তাৰ আৱশ্যকীয় আৰু চখৰ বস্তুবোৰ ভৰাই আছিল।

আন্নাকালীয়ে কোঠাৰ ভিতৰলৈ সোমাই আহি ক'লে, শেখৰদা, তোমালোক কাইলৈ যাবাগৈ নহয়নে? শেখৰে চুটকেচৰ পৰা মুখখন তুলি ক'লে, কালী, তোৰ বায়েৰক মাতি দেচোন, লগত কি কি নিব এতিয়াই দি থকহি। ললিতা প্ৰতি বছৰেই মাকৰ লগত যায়, এইবাৰো যাব বুলিয়ে শেখৰে জানে।

কালীয়ে মূৰটো জোকাৰি ক'লে এইবাৰতো সৰু বাইদেউ নাযায়।

কেলেই নাযায়?

কালীয়ে ক'লে, বাঃ কেনেকৈ বা যাব? অহা মাঘ-ফাগুন মাহতে তেওঁৰ বিয়া হব, দেউতাই দৰা বিচাৰি তত্ পোৱা নাই।

শেখৰে অপলক দৃষ্টিৰে স্তব্ধ হৈ চাই ৰ'ল।

কালীয়ে ঘৰত যিবোৰ কথা শুনি থৈছিল, তাকে এতিয়া কবলৈ ধৰিলে, গিৰীনবাবুৱে কৈছে যিমান টকা লাগে তেওঁ দিব, ভাল দৰা বিচাৰিব লাগে। দেউতাই আজি নোখোৱা-নোবোৱাকৈ, ক'ৰবাত হেনো দৰা চাবলৈ যাব। লগত গিৰীনবাবুও যাব।

শেখৰে স্থিৰভাবে কথাবোৰ শুনিবলৈ ধৰিলে, আৰু ললিতাৰ যে কিয় অহা নাই তাৰো যেন কাৰণটো বুজি পালে।

কালীয়ে কবলৈ ধৰিলে, গিৰীনবাবু ভাল মানুহ, শেখৰদা। মাজুবাইৰ উৰ বিয়াৰ সময়ত জেঠপেহাৰ ওচৰত আমাৰ ঘৰ-দুৱাৰ বন্ধকত আছিল, দুই তিনিমাহৰ পিছতে আমি সকলোবোৰ বাটৰ ভিখাৰী হব লাগিব, এই কথা দেউতাই বুজাই ক'লত গিৰীনবাবুৱে টকাখিনি দি দিলে। কালি দেউতাই সকলো টকা জেঠপেহাক ঘূৰাই দিলে। সৰু বাইদেৱে কৈছে এইবাৰ বোলে আমাৰ আৰু ভয় নাই, শেখৰদা।

ইয়াৰ উত্তৰত শেখৰে একো কব নোৱাৰিলে, ভেবা লাগি চাই ৰ'ল।

কালীয়ে সুধিলে, কি ভাবিছা শেখৰদা ?

এইবাৰ শেখৰে ভাবৰ পৰা সাৰ পাই, লৰালৰিকৈ ক'লে, একো নহয় কালী। কালী, তোৰ বায়েৰক এবাৰ বেগতে মাতি আনগৈচোন যা, কবি, মই মাতিছোঁ বুলি ; বেগতে দেই।

কালী দৌৰি গুচি গ'ল।

শেখৰে খোলা চুটকেচটোলৈ চাই ৰ'ল। কোনটো বস্তু তাক লাগে, কোনটো নেলাগে, সকলোবোৰ একাকাৰ হৈ গ'ল।

মতা শুনি ললিতা ওপৰলৈ উঠি আহি প্ৰথমতে খিড়ীকিৰ ফাঁকেদি চাই দেখিলে তাইৰ শেখৰদাক। একদৃষ্টিৰে মাটিৰ ফালে চাই মেজৰ ওপৰত থিৰ হৈ বহি আছে। শেখৰৰ মুখত আগেয়ে এনে ভাব তাই কেতিয়াও দেখা নাই। ললিতা বৰ আচৰিত হ'ল, ভয়ো খালে। লাহে লাহে আহি ওচৰত থিয় দিলত শেখৰে 'আহাঁ' বুলি ব্যস্ত হৈ বহাৰ পৰা উঠি পৰিল।

ললিতাই লাহে লাহে সুধিলে, মোক মাতিছিলে নেকি ?'

এবা, বুলি শেখৰ কিছুপৰ থিৰ হৈ ৰ'ল ; তাৰ পিছত ক'লে, কাইলৈ পুৱাৰ গাড়ীত আইক লৈ মই পশ্চিমৰ ফালে ফুৰিবলৈ যাম, এইবাৰ কিজানি ঘূৰি আহোঁতে দিনচেৰেক পলম হব। এইয়া চাবি লোৱা, তোমাৰ খৰচৰ বাবে টকা-কড়ি সকলো দেৰাজতে আছে।

প্ৰত্যেকবাৰেই লগতে ললিতাও যায়, যোৱাবাৰ এই উপলক্ষে তাই কি যে আনন্দৰ মাজত বস্তু-বাহানি গোটাই-মেলি বান্ধি লৈছিল, এইবাৰ শেখৰদায়ে অকলৈ সেই কামটো কৰিছে— চুটকেচটোলৈ চোৱাৰ লগে লগে তাইৰ এই কথা মনত পৰি গ'ল।

শেখৰে তাইৰ ফালৰ পৰা মুখখন আঁতৰাই এবাৰ কাহ মাৰি কণ্ঠস্বৰ পৰিষ্কাৰ কৰি ক'লে, সাৱধানে থাকিবা দেই—কেতিয়াবা যদি কিবা বস্তুৰ দৰকাৰ হয় তেন্তে দাদাৰ পৰা ঠিকনা লৈ মোলৈ চিঠি লেখিবা।

তাৰ পিছত দুয়ো আকৌ মনে মনে ৰ'ল। এইবাৰ লগত যে ললিতা নেযায় শেখৰে তাক জানিব পাৰিছে আৰু কিয় নেযায় তাকো শুনিছে বুলি ভাবি ললিতা লাজত সঙ্কুচিত হৈ পৰিল।

হঠাতে শেখৰে ক'লে, বাৰু, এতিয়া, যোৱা, মই বস্তু-বাহানিবোৰ ঠিক কৰি লওঁ। বেলিও হ'ল, এবাৰ আকৌ অফিছলৈও যাব লাগিব।

ললিতাই চুটকেচৰে সমুখত আঠু কাঢ়ি বহি ক'লে, আপুনি গা ধোৱকৈগে, মঁয়েই বস্তু-বাহানিবোৰ ঠিক-ঠাক কৰি দিওঁ।

তেনেহলে ভালেই হ'ল বুলি শেখৰে চাবিকোছা ললিতাৰ ওচৰলৈ দলি মাৰি দি ঘৰৰ বাহিৰলৈ আহি হঠাতে থিয় হৈ ৰৈ ক'লে, মোৰ কি কি বস্তুৰ দৰকাৰ, সকলো মনত আছেতো ?

ললিতাই তললৈ মুৰ কৰি কেৱল বস্তু-বাহানিবোৰ পৰীক্ষা কৰিবলৈ ধৰিলে, একো উত্তৰ নিদিলে।

শেখৰে এবাৰ তললৈ নামি গৈ সুধি-মেলি গম পালে যে কালীয়ে কোৱা কথাবোৰ আখৰে আখৰে সঁচা। গুৰুচৰণে ধাৰ শুজাৰ কথাও সঁচা। ললিতাৰ দৰাৰ বাবে যে বিশেষ ভাবে চেষ্টা কৰা হৈছে, সিও সঁচা। ইয়াৰ পিছত আৰু কোনো কথা নুসুধি সি গা ধুবলৈ গ'ল।

দুঘণ্টামান পাছত স্নানাহাৰ শেষ কৰি অফিছৰ পোছাক পিন্ধিবলৈ নিজৰ কোঠালৈ আহি হঠাতে শেখৰ অবাক্ হৈ গ'ল।

এই দুইঘণ্টাৰ ভিতৰত ললিতাই একোকে কৰা নাই, চুটকেচৰ দাঁতি এটাত মুৰটো থৈ মনে মনে বহি আছিল। শেখৰৰ ভৰিৰ শব্দ শুনি মুৰ তুলি এবাৰ চাই আকৌ তলমুৱা হ'ল। তাইৰ দুয়োটা চকু জবা ফুলৰ দৰে ৰঙা হৈ পৰিছিল।

শেখৰে একো নেদেখাৰ ভাও জুৰি অফিছৰ পোছাক পিন্ধিবলৈ ধৰি সহজ-ভাৱে ক'লে, এতিয়া কাম কৰিব নোৱাৰা ললিতা, দুপৰীয়াকৈ এবাৰ আহি বস্তু-বাহানিবোৰ ঠিক কৰি থবা। ইয়াৰ পিছত সি পিন্ধা-উৰা শেষ কৰি অফিছলৈ গুচি

গ'ল। ললিতাৰ ৰঙা পৰা চকুজুৰিৰ অৰ্থ যে সি বুজা নাছিল এনে নহয়, কিন্তু সকলোফালৰ পৰা খৰচি মাৰি চিন্তা নকৰা পৰ্য্যন্ত সেই বিষয়ে কোনো কথা কবলৈ তাৰ সাহ নহ'ল।

সেইদিনা আবেলি মোমায়েকহঁতক চাহ দিবলৈ আহি হঠাতে ললিতা জঠৰ হৈ পৰিল। আজি শেখৰো তাত বহি আছিল। সি গুৰুচৰণবাবুক মাত লগাবলৈ আহিছিল।

ললিতাই তললৈ মুৰ কৰি দুকাপ চাহ কৰি একাপ গিৰীনক আৰু একাপ মোমায়েকক দিয়াৰ লগে লগে গিৰীনে প্ৰশ্ন কৰিলে, শেখৰবাবুক চাহ নিদিলা, ললিতা ?

ললিতাই ওপৰলৈ মুৰ নকৰি লাহে লাহে ক'লে, শেখৰদাই চাহ নাখায়।

গিৰীনে আৰু একো নক'লে ; ললিতাই নিজে কোৱা কথা এষাৰ তাৰ মনত পৰি গ'ল। শেখৰে নিজেও চাহ নাখায় আৰু লোকে খোৱাটোও ইচ্ছা নকৰে।

চাহৰ কাপ হাতত লৈ গুৰুচৰণবাবুৱে দৰাৰ কথা উলিয়ালে। লৰাটোৱে বি, এ পঢ়িছে—ইত্যাদি অনেক সুখ্যাতি বৰ্ণাই অৱশেষত তেওঁ ক'লে, অথচ আমাৰ গিৰীনে লৰা পছন্দ কৰা নাই। অৱশ্যে লৰাটো দেখাত সিমান ধুনীয়া নহয় ; কিন্তু মতামানুহৰ ৰূপনো কোনে চায়, গুণ হলেই যথেষ্ট।

কোনোৰকম বিয়াখন হৈ গলেই গুৰুচৰণবাবু নিশ্চিন্ত হয়।

শেখৰৰ লগত গিৰীনৰ পৰিচয় খন্তেকৰ মাত্ৰ। শেখৰে তাৰ ফালে চাই হাঁহি সুধিলে, গিৰীনবাবুৱে আকৌ কিয় পছন্দ

নকৰিলে ? লবাটোৱে পঢ়িছে-শুনিছে, অৱস্থাও ভাল—ইয়াতকৈ সুপাত্ৰ আৰু ক'ত পাব ?

শেখৰে প্ৰশ্নটো কৰিলে যদিও, গিৰীনৰ কিয় পছন্দ নহ'ল সেই কথা বুজি পালে আৰু ইয়াকো বুজিলে যে ভৱিষ্যতেও সি কাকো পছন্দ নকৰে। গিৰীনে এই প্ৰশ্নৰ উত্তৰ দিওঁতে থতমত খালে, গাল-মুখ লাজত ৰঙা হৈ উঠিল ; শেখৰে তাকে লক্ষ্য কৰি থিয় হৈ ক'লে, দদাইদেউ, কাইলৈ আইক লৈ মই পশ্চিমৰ ফালে ৰাওনা হ'ম, ঠিক সময়ত যেন খবৰ দিবলৈ নেপাহৰে।

গুৰুচৰণে ক'লে, নিশ্চয়, নিশ্চয়, শেখৰ, তোমালোক নহলেনো মোৰ আৰু কোন আছে ? তদুপৰি ললিতাৰ মাক নহলে জানো তাইৰ বিয়াখন হব পাৰে ? কি কৱ ললিতা ? বুলি হাঁহিমাৰি পিছফালে চাই হঠাতে কৈ উঠিল, এ তাই উঠি গ'ল কেতিয়া ?

শেখৰে ক'লে, বিয়াৰ কথা ওলাওঁতেই পলাইছে।

গুৰুচৰণে গম্ভীৰ হৈ ক'লে, এৰা পলোৱাই স্বাভাৱিক। হেজাৰ হওক জ্ঞান-বুদ্ধি অলপ হৈছে নহয় ! এইবুলি কৈ এটা হুমুনিয়া কাঢ়ি তেওঁ কবলৈ ধৰিলে, মোৰ আই যেন একাধাৰে লক্ষ্মী সৰস্বতী দুয়োজনীয়েই। বহুত ভাগ্যৰ বলেৰেহে এনে ছোৱালী পোৱা যায়, শেখৰনাথ। এইকথা কোৱাৰ লগে লগে তেওঁৰ শুকান, সৰুফুটীয়া মুখঁখনৰ ওপৰত গভীৰ চেনেহৰ ভাৱ এনে স্নিগ্ধ আৰু মধুৰ হৈ ফুটি উঠিল যে তাক দেখি গিৰীন আৰু শেখৰ দুয়ো তেওঁক আন্তৰিক শ্ৰদ্ধা নিবেদন নকৰি নোৱাৰিলে।

# সপ্তম পৰিচ্ছেদ

চাহৰ মেলৰ পৰা মনে মনে পলাই আহি ললিতা শেখৰৰ কোঠাত সোমালহি আৰু তাত গেচ-লাইটৰ উজ্জ্বল পোহৰত এটা চুটকেচত শেখৰৰ গৰম কাপোৰবোৰ গোটাই-মেলি ঠিক কৰি থবলৈ ধৰিলে। অলপ পৰৰ পিছত যেতিয়া শেখৰ তালৈ সোমাই আহিল, তেতিয়া তাৰ মুখৰ ফালে চাই ললিতা নিৰ্ব্বাক আৰু বিস্মিত হৈ পৰিল।

মকৰ্দ্দমাত সৰ্ব্বস্ব হেৰুৱাই মানুহে যি থন মুখ লৈ কাছাৰী-ঘৰৰ পৰা ওলাই আহে, ৰাতিপুৱা বেলিকাৰ চেহেৰাটো গধূলি চিনিব নোৱাৰা হয়, এই একে ঘণ্টাৰ ভিতৰতে যেন ললিতাই শেখৰক ঠিক তেনেকৈ চিনিব নোৱাৰা হ'ল। তাৰ মুখৰ ওপৰত সৰ্ব্বস্ব হেৰুৱাৰ এটি চিন যেন কোনোবাই আঁকি থৈছে। শুকান মুখেৰে শেখৰে সুধিলে, কি হৈছে ললিতা ?

ললিতাই উক্ত প্ৰশ্নৰ উত্তৰ নিদি ওচৰলৈ আহি শেখৰৰ হাত এখন নিজৰ হাত দুখনত তুলি লৈ কান্দো কান্দো ভাবেৰে ক'লে কি হ'ল শেখৰদা ?

ক'তা মোৰ একো হোৱা নাই, বুলি শেখৰে জোৰকৈ অলপ হাঁহিলে। ললিতাৰ হাতৰ পৰশ পাই তাৰ মুখলৈ এটা সজীবতাৰ ভাব ঘূৰি আহিল।

সি ওচৰৰে চকী এখনত লাহেকৈ বহি পৰি সেই একেটি প্ৰশ্নকে কৰিলে, তোমাৰ কি হৈছে ?

ললিতাই ক'লে, অ'ভাৰকোটটো লগত দিবলৈ পাহৰি গৈছিলোঁ, তাকে দিবলৈ আহিলোঁ। শেখৰে তাইৰ কথাবোৰ শুনি গ'ল ; অলপ পৰৰ পাছত অপেক্ষাকৃত সুস্থ হৈ ললিতাই কবলৈ ধৰিলে, যোৱাবাৰ ৰেলত আপোনাৰ বৰ কষ্ট হৈছিল, ডাঙৰ অ'ভাৰকোট এটাও নথকা বাবে। সেইবাবে ঘূৰি অহাৰ পিছতেই দোকানত জোখ্-মাখ্ দি এই কোটটো চিলাই কৰাইছিলোঁ। এই কথাকেইষাৰ কোৱাৰ লগে লগে তাই এটা গধূৰ অ'ভাৰকোট আনি শেখৰৰ ওচৰত থলেহি।

শেখৰে হাতেৰে কোটটো লৈ পৰীক্ষা কৰি চাই ক'লে, কিন্তু মোকতো একো কোৱা নাছিলা এই বিষয়ে ?

ললিতাই হাঁহি মাৰি ক'লে, আপনালোক হ'লগৈ বাবু মানুহ ; আপনাক জনোৱা হলে জানো ইমান ডাঙৰ কোট চিলাই কৰিবলৈ দিলেহেঁতেন ? সেইবাবে আপোনাকে একো নকৈ চিলাই কৰোৱাই থৈ দিছিলোঁ। এই বুলি কোটটো যথাস্থানত থৈ তাই ক'লে, ঠিক ওপৰতেই থৈছোঁ, চুটকেচটো খুলিলেই পাব। জাৰ লাগিলে গাত পিন্ধিবলৈ নেপাহৰিব কিন্তু দেই।

বাৰু, বুলি শলাগি নিৰ্নিমেষ নেত্ৰে কিছুপৰ চাই হঠাতে শেখৰে কৈ উঠিল, নহয়, নহয় এনে কথা হবই নোৱাৰে।

কি হব নোৱাৰে ? নিপিন্ধোনেকি ?

শেখৰে লৰালৰিকৈ কৈ উঠিল, নহয়, সেই কথা নহয়, আন

এটা কথাহে। বাৰু ললিতা, কোৱাচোন, আইৰ বস্তু-বাহানি বন্ধা হ'লনে ?

ললিতাই ক'লে, আইৰ কাপোৰ-কানি দিনুতেই মই বান্ধি-মেলি থৈছোঁ নহয়, এই বুলি তাই আকৌ এবাৰ বস্তুবোৰ পৰীক্ষা কৰি চাবি বন্ধ কৰিবলৈ ধৰিলে।

শেখৰে কিছুপৰ মনে মনে ৰৈ তাইৰ ফালে চাই কোমল সুৰেৰে সুধিলে, অহা বছৰলৈ মোৰ কি দশা হব কব পাৰানে, ললিতা ?

ললিতাই লাহেকৈ চকুজুৰি তুলি ধৰি ক'লে, কিয় ?

কিয় তাৰ কথা মাত্ৰ মইহে বুজিছোঁ, বুলি কৈয়েই নিজৰ কথা ঢাকিবৰ মনেৰে শুকান মুখখনিত প্ৰফুল্লতাৰ ভাব বিৰিঙাই শেখৰে কলে, কিন্তু এটা কথা দেই, লোকৰ ঘৰলৈ যোৱাৰ আগতে কি কি বস্তু আছে, কি কি বস্তু নাই সেইবোৰ সকলো চাই-চিতি থৈ যাবা, নহলে দৰ্কাৰ হলে একোকেই বিচাৰি নে পাম।

ললিতাৰ খং উঠি ক'লে, যাওক, মোৰ লগত চুপতি নামাৰিব—

শেখৰে এইবাৰ হাঁহি উত্তৰ দিলে, সেইবোৰ বাৰু বুজিছোঁ, কিন্তু সঁচাকৈয়ে কোৱাচোন এতিয়া উপায় হব কি ? বস্তুৰ প্ৰতি মোৰ খুব চখ্ আছে, কিন্তু শক্তি হলে অলপো নাই। এইবাৰৰ পৰা দেখিছোঁ তোমাৰ মামাৰৰ দৰেই দশা হব—এখন কাপোৰ এখন চাদৰকে সম্বল কৰি চলিব লাগিব—যি হয় হব আৰু।

ললিতাই চাবি-কোছা মেজৰ ওপৰলৈ দলিয়াই দি তাৰ পৰা পলাই গুচি গ'ল।

শেখৰে চিঞৰি মাৰি ক'লে, কালিলৈ ৰাতিপুৱা এবাৰ আহিবা।

ললিতাই শুনিও নুশুনা ভাও জুৰিলে, ওপৰৰ পৰা দপ্‌দপাই দুমহলালৈ নামি গ'ল। ঘৰলৈ গৈ দেখিলে যে 'ছাদ'ৰ এদাঁতিত জোনৰ পোহৰত বহি নাৰ্জ্জি ফুল এসোপা লৈ আন্নাকালীয়ে মালা এধাৰ গুঠিছে। ললিতাই তাইৰ ওচৰলৈ গৈ ক'লে, ঠাণ্ডাখনত বহি কি কৰিছ, কালী!

কালীয়ে ওপৰলৈ মুখ নকৰাকৈয়ে উত্তৰ দিলে, মালা গুঠিছোঁ, আজি ৰাতি মোৰ কন্যাজনীৰ বিয়া।

ক'তা মোক খবৰ দিয়া নাই দেখোন?

বিয়াৰ ঠিক্-ঠাক হোৱা নাছিল, সৰু বাউদেও! এইমাত্ৰ দেউতাই পঞ্জিকা চাই ক'লে বোলে আজি ৰাতিৰ বাহিৰে এই মাহত আৰু বিয়াৰ বাৰ নাই। কন্যাৰ বয়স হ'ল, আৰু বেছি দিন ঘৰত ৰাখিব নোৱাৰি নহয়; সেই কাৰণে যেনেতেনে উলিয়াই দিবলৈ চেষ্টা কৰিছোঁ। সৰু বাইদেউ, টকা দুটা দিয়াচোন, খাবলৈ কিবাকিবি আনো।

ললিতাৰ হাঁহি উঠি ক'লে, টকাৰ কথা ওলালেহে কেৱল সৰু বাইদেউলৈ মনত পৰে। যা, মোৰ গাৰুৰ তলতে টকা আছে, নে গৈ। বাৰু কচোন কালী, নাৰ্জ্জি ফুলেৰে জানো বিয়া পাতে?

কালীয়ে গম্ভীৰ ভাবে ক'লে, পাতে। আন ফুল নেপালে

কি কৰিব ? কিমান কন্যা বিয়া দিলোঁ, সৰু বাইদেউ, কি কবা ! মই সব কথা জানোঁ, বুলি খোৱাবস্তু অনাবৰ বাবে তাই তললৈ নামি গ'ল।

ললিতাই তাঁতে বহি বহি মালা গুঠিবলৈ ধৰিলে।

অলপ পৰৰ পাছতে কালী ঘূৰি আহি ক'লেহি, সকলোকেই খবৰ দিয়া হৈ গ'ল, কেৱল বাকী থাকিল শেখৰদা। যাওঁ তেওঁকো কৈ আহোঁগৈ ; নহলে বেজাৰ পাব—এই বুলি তাই ইটো ঘৰলৈ উঠি গ'ল।

কালী পাকৈত গৃহিণী। সকলো কাম-কাজকে সুশৃঙ্খলাৰে কৰে। শেখৰদাক খবৰ দি আহি তাই তলত ক'লেহি, তেওঁ এধাৰ গোঁঠা মালা খুজিছে। যোৱাচোন সৰু বাইদেউ, তুমিয়েই বেগতে দি আহাঁগৈ—মই এইফালে আন কাম-কাজ কৰোঁ, লগ্ন আৰম্ভ হৈ যাব পায়, আৰু মুঠেই ৰব নোৱাৰোঁ।

ললিতাই মুখখন লৰাই ক'লে, মই নোৱাৰোঁ কালী, তই দি আহঁগৈ।

বাৰু, যাওঁ। সেই ডাঙৰ মালাধাৰ দিয়াচোন, বুলি তাই হাতখন আগবঢ়াই দিলে।

ললিতাই তাইৰ হাতত মালাধাৰ দিব খুজি কি ভাবি আকৌ ক'লে, বাৰু, তই নেলাগে দেই, মই নিজেই দি আহোঁগৈ।

কালীয়ে গম্ভীৰ হৈ ক'লে, ভালেই হ'ল, তুমিয়েই যোৱা দেই, সৰু বাইদেউ ! দেখিছা নহয় মোৰ মৰিবলৈকো আহৰি নাই।

তাইৰ মুখৰ ভাব আৰু কথাৰ ভঙ্গী দেখি ললিতাই হাঁহিলে।

একেবাৰে সাইলাখ্ বুঢ়ীজনীয়েই হৈছে জানিবা, বুলি হাঁহি হাঁহি মালাডালৰ সৈতে তাই আঁতৰি গ'ল।

আহি দেখিলে শেখৰে একান্ত মনেৰে চিঠি লিখিছে। হুন্নাবখন খুলি পিছফালে আহি থিয় দিলেহি, তথাপি শেখৰে একো গমেই ধৰিব নোৱাৰিলে। অলপপৰ মনে মনে থাকি তাক চক্ খুৱাই দিবৰ মনেৰে মালাধাৰ সাৱধানে শেখৰৰ মূৰৰ ভিতৰেদি ডিঙিত পেলাই দিয়েই তাই চকীৰ পিছফালে বহি পৰিল।

শেখৰে প্ৰথমতে চমক খাই উঠি ক'লে, এই কালী! কিন্তু পিছ মুহূৰ্ত্ততে ডিঙি ঘূৰাই ললিতাক দেখি ভয়ানক গম্ভীৰ হৈ ক'লে, কি কাম কৰিলা, ললিতা ?

ললিতাই লাহেকৈ থিয় হৈ উঠি শেখৰৰ মুখৰ ভাব দেখি অলপ ভয় খালে ; ভয় খাই তাই প্ৰশ্ন কৰিলে, কিনো হ'ল ?

শেখৰে পূৰ্ণমাত্ৰাৰে গাম্ভীৰ্য্য ৰক্ষা কৰি ক'লে, কিয় নেজানা জানো ? কালীক সুধি আহাঁগৈচোন, আজি নিশা ডিঙিত মালা পিন্ধালে কি হয় ?

এইবাৰ ললিতাই বুজিলে। চকুৰ নিমিষতে তাইৰ গোটেইখন মুখ লাজত ৰঙা হৈ উঠিল। অ' সেইটো কথা, নহয় নহয়, সেই কথা কেতিয়াও হব নোৱাৰে বুলি একপ্ৰকাৰ দৌৰিয়েই তাৰ পৰা বাহিৰলৈ ওলাই গ'ল।

শেখৰে চিঞৰি ক'লে, নাযাবা ললিতা, শুনাচোন, বিশেষ কাম আছে—

শেখৰৰ মাত তাইৰ কাণত পৰিছিলগৈ, কিন্তু শুনিব নোৱাৰিলে। তাই ক'তো ৰ'ব নোৱাৰি দৌৰি গৈ নিজৰ ঘৰৰ ভিতৰত গাৰুত চকু-মুখ লুকাই বিছনাত শুই পৰিল।

আজি প্ৰায় পাঁচ-ছবছৰ ধৰি শেখৰৰ লগত ঘনিষ্ঠ সংশ্ৰৱত থাকি তাই মানুহ হৈছে, কিন্তু কোনোদিনে এনেকুৱা কথা শুনা নাছিল। শেখৰৰ দৰে গম্ভীৰ প্ৰকৃতিৰ মানুহ এজনে তাইৰ লগততো কেতিয়াও পৰিহাস কৰিব নোৱাৰে, যদি একান্তই কৰিছে তেন্তে ইমান ডাঙৰ লজ্জাকৰ পৰিহাস যে তাৰ মুখত ওলাব পাৰে, সেই কথা তাই সপোনতো কল্পনা কৰিব নোৱাৰি-ছিল। লাজত কুচি-মুচি খাই প্ৰায় কুৰি-পচিশমিনিটমান বিছনাত পৰি থাকি তাই আকৌ উঠি বহিল। অথচ শেখৰলৈ তাইৰ ভয়ো বেছি ; শেখৰৰ বিশেষ কাম আছে বুলি তাইক মাতিছিল —এতিয়া তালৈ যাবনে নেযায় সেই কথাকে তাই ভাবিবলৈ ধৰিলে। ইয়াৰ পৰা কোনোবা চাকৰণী এজনীৰ মাত আহি তাইৰ কাণত পৰিলহি, ললিতা বাইদেউ, ক'ত আছা, এই ফালে আহাঁচোন। শেখৰ বাবুৱে তোমাক মাতিছে।

ললিতাই বাহিৰলৈ ওলাই আহি মৃদু স্বৰে ক'লে, গৈছোঁ, যা। ওপৰলৈ উঠি আহি দুৱাৰৰ সুৰুঙাইদি জুমি চাই দেখিলে শেখৰে তেতিয়াও চিঠি লেখি আছে। কিছু সময় মনে মনে ৰৈ লাহে লাহে ক'লেহি, কিয় ?

শেখৰে লেখি লেখিয়েই ক'লে, ওচৰলৈ আহাঁচোন।

নেলাগে, তাৰ পৰাই কওক।

শেখৰে মনে মনে হাঁহি ক'লে, হঠাতে কি যে এটা কাম কৰি পেলালা, গম পাইছানে ?

ললিতাই ৰুষ্ট হৈ ক'লে. যাওক—আকৌ সেই একেবোৰ কথা।

শেখৰে মুখখন ঘূৰাই লৈ ক'লে, মোৰ গাত কি দোষ ? তুমিয়েই দেখোন কৰি গৈছা সকলো।

একোতো কৰা নাই—ঘূৰাই দিয়ক সেইধাৰ !

শেখৰে ক'লে, সেইকাৰণেই তোমাক মতাই পঠাইছোঁ ললিতা। আহাঁ ঘূৰাই দিওঁ। আধাখিনি কাম তুমি কৰি গৈছা, বাকী আধখিনি মই কৰোঁ আহাঁ, তেহে সম্পূৰ্ণ হব।

ললিতাই দুৱাৰৰ আঁৰত খন্তেককাল মৌনভাবে থাকি ক'লে, আপোনাক সঁচাকৈ কৈছোঁ নহয়, যদি এনেকৈ ঠাট্টা কৰি থাকে তেন্তে আৰু কেতিয়াও আপোনাৰ গুৰিলৈ নাহোঁ, কৈছোঁ নহয় মালাধাৰ ঘূৰাই দিয়ক।

শেখৰে মেজৰ ফালে মুখ ঘূৰাই মালাধাৰ তুলি লৈ ক'লে, লৈ যোৱাহি।

আপুনি তাৰ পৰাই দলি মাৰি দিয়ক।

শেখৰে ইয়াৰ উত্তৰত ক'লে, ওচৰলৈ নাহিলে নিদিওঁ।

তেনেহলে মোৰ মালাৰ একো দৰ্কাৰ নাই, বুলি ললিতাই থং কৰি তাৰ পৰা গুচি গ'ল।

শেখৰে চিঞৰি ক'লে, কামটো আধাডুখৰীয়া হৈ থাকিলে, ললিতা—

থাকিলে থাকক, বুলি ললিতাই যথাৰ্থতে খং কৰি তাৰ পৰা আঁতৰি গ'ল।

তাই আঁতৰি গ'ল যদিও, তললৈ নামি নগ'ল। পূব ফালে মুকলি ছাদৰ নিৰ্জ্জন ঠাই এটুকুবাব ৰেলিঙত ধৰি তাই মনে মনে থিয় হৈ ব'ল। সেই সময়ত সমুখৰ আকাশত জোন ওলাইছে আৰু শীতকালৰ শীতল জোনাক কেউফালে বিয়পি গৈছে। ওপৰত স্বচ্ছ নিৰ্ম্মল নীলাকাশ। তাই এবাৰ শেখৰৰ ঘৰৰ ফালে চাই পুনৰায় ওপৰৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে। এইবাৰ তাইৰ চকুজুৰি লাজ আৰু অপমানত সজল হৈ উঠিল। তাইতো সৰু ছোৱালী নহয় যে এইবোৰ কথাৰ তাৎপৰ্য্য হৃদয়ঙ্গম কৰিব নোৱাৰিব; কিন্তু তথাপিও তাইক শেখৰে এনেকৈ কিয় মৰ্ম্মান্তিক উপহাস কৰিছে? তাই যে কিমান তুচ্ছ, কিমান তলত, এই কথা বুজিবলৈ তাইৰ যথেষ্ট বয়স হৈছে। এটা কথা তাই ভালকৈ জানে যে অনাথ আৰু নিৰুপায় বুলি তাইক সকলোৱে আদৰ আৰু যত্ন কৰে, শেখৰেও কৰে আৰু শেখৰৰ মাকেও কৰে। আপোন বুলিবলৈ তাইৰ কোনো নাই, তাইৰ প্ৰকৃত দায়িত্ব কাৰো ওপৰত নিৰ্ভৰ নকৰে বাবেই গিৰীনে সম্পূৰ্ণ পৰ হৈও তাইক উদ্ধাৰ কৰাৰ কথা কব পাৰিছে।

ললিতাই চকু মুদি মনে মনে ক'লে, কলিকতাৰ সমাজত তাইৰ মোমায়েকৰ অৱস্থা শেখৰহঁতৰ কিমান তলত, তাই আকৌ সেই মোমায়েকৰ আশ্ৰয়ত আছে—গলগ্ৰহ হৈ। আনফালে সমান অৱস্থাৰ মানুহ এঘৰৰ লগত শেখৰৰ বিয়াৰ কথা-বতৰা

চলিছে, দুদিন আগতেই হওক বা দুদিন পিছতেই হওক সেই ঘৰতে শেখৰে বিয়া কৰাব। এই বিবাহ উপলক্ষে নবীন ৰায়ে কিমান টকা আদায় কৰিব সেইবোৰ আলোচনাও তাই শেখৰৰ মাকৰ মুখৰ পৰা শুনিছে।

তেনেহলে শেখৰদাই তাইক কিয় এনেদৰে অপমান কৰিলে? সমুখৰ ফালে মুখ কৰি ললিতাই শূন্যদৃষ্টিৰে আকাশৰ ফালে চাই আপোন মনতে এইবোৰ কথা আলোচনা কৰি আছিল—হঠাতে ঘপ্ কৰে মুখ ঘূৰাই দেখিলে যে শেখৰে নিঃশব্দ মনেৰে হাঁহিছে। ইতিপূৰ্ব্বে যি ধাৰ মালা তাই শেখৰৰ ডিঙিত পিন্ধাই দিছিল, সেই মালাধাৰেই পুনৰ আহি তাইৰ ডিঙিত ওলমি আছে। কান্দোনৰ উচ্ছ্বাসত তাইৰ কণ্ঠবোধ হৈ পৰিল, তথাপি তাই জোৰ কৰি বিকৃতস্বৰেৰে সুধিলে কিয় এনেকুৱা কাম কৰিলে?

তুমি কিয় তেনে কাম কৰিছিলা?

নাই, মই একো কৰা নাই বুলি তাই টান মাৰি মালাধাৰ আঁজুৰি ছিঙিব খোজোতেই হঠাতে শেখৰৰ চকুৰ ফালে চাই ৰৈ গ'ল। মালাধাৰ আৰু আঁজুৰি ছিঙিবলৈ তাইৰ সাহ নহল; কিন্তু তাই কান্দিবলৈ ধৰিলে;—কান্দি কান্দি তাই কৈ গ'ল, মোৰ কোনো নাই বাবেই আপুনি মোক এনেকৈ অপমান কৰিছে।

শেখৰে ইমানপৰে মিচিক্ মিচিক্ হাঁহি আছিল, এইবাৰ ললিতাৰ কথা শুনি অবাক্ হৈ গ'ল। সৰু ছোৱালীৰ মুখতটো এনে কথা নোলায়! সেইবাবে সি ক'লে, মই অপমান কৰিছোঁ নে, তুমি মোক অপমান কৰিছা?

ললিতাই চকুজুৰি মচি ভয়ে ভয়ে সুধিলে, আপোনাক মই কেনেকৈ অপমান কৰিলোঁ ?

শেখৰে খন্তেকপৰ থিৰেৰে বৈ সহজভাবে ক'লে, অলপ ভাবি চালেই গম পাবা। আজিকালি তোমাৰ উৎপাত বৰকৈ বাঢ়িবলৈ ধৰিছিলে ললিতা, সেইবাবে বিদেশলৈ যোৱাৰ আগতে তাক বন্ধ কৰি গলোঁ।

ললিতাই ইয়াৰ প্ৰত্যুত্তৰত একো নকলে, তললৈ মূৰ কৰি মনে মনে ৰ'ল। পৰিপূৰ্ণ জোনাকৰ তলত দুয়োজন নিঃশব্দে থিয় হৈ থাকিল। মাত্ৰ তলৰ পৰা কালীৰ কন্যাৰ বিয়াৰ শঙ্খধ্বনিৰ শব্দ বাৰে বাৰে শুনিবলৈ পোৱা গ'ল।

কিছুপৰ নীৰবে থাকি শেখৰে ক'লে, আৰু ঠাণ্ডাত বেছিপৰ নাথাকিবা, তললৈ যোৱা।

যাওঁ, বুলি ললিতাই ইমানপৰৰ পিছত তেওঁৰ ভৰি দুটাৰ তলত সাষ্টাঙ্গে প্ৰণিপাত কৰি উঠি লাহে লাহে সুধিলে, মই কি কৰিম কৈ থৈ যাওক।

শেখৰে হাঁহিলে। প্ৰথমতে অলপ দ্বিধা বোধ কৰিলে, তাৰ পিছত দুইখন হাত আগবঢ়াই তাইক বুকুৰ ওপৰলৈ টানি আনি মুখখন তললৈ কৰি ওঁঠত ওঁঠটি লগাই মৃদুস্বৰে ক'লে, একো কৰ নেলাগে ললিতা, আজিৰ পৰা সকলো নিজেই বুজিবা।

ললিতাৰ গোটেই শৰীৰ ৰোমাঞ্চিত হৈ কঁপি উঠিল। তাই আঁতৰি গৈ ক'লে, মই হঠাতে আপোনাৰ ডিঙিত মালা পিন্ধালোঁ বুলিয়েই আপুনি এনে কৰিলে নেকি ?

শেখৰে হাঁহি হাঁহি উত্তৰ দিলে, নহয়। মই বহুত দিনৰে পৰা কথাটো ভাবিছোঁ, কিন্তু স্থিৰ সিদ্ধান্ত কৰিব পৰা নাছিলোঁ। আজি স্থিৰ কৰিছোঁ; কাৰণ মই ঠিক বুজিছোঁ যে তোমাক এৰি মই থাকিব নোৱাৰিম।

ললিতাই ক'লে, কিন্তু আপোনাৰ দেউতাকে শুনিলে খং কৰিব, আয়ে গম পালে দুখ পাব—এনে কেতিয়াও হব নোৱাৰে শেখ—

দেউতাই শুনিলে খং কৰিব হয় কিন্তু আয়ে ভাল পাব। যি কি নহওক, যি হব লাগে হৈ গৈছে, এতিয়া হোৱা কথা ঘূৰাব মইও নোৱাৰোঁ, তুমিও নোৱাৰা। এতিয়া তললৈ গৈ আইক এটা প্ৰণাম কৰাগৈ যোৱা।

# অষ্টম পৰিচ্ছেদ

তিনি মাহমানৰ মূৰত এদিন গুৰুচৰণে বেজাৰ মনেৰে গৈ নবীন ৰায়ৰ ঘৰৰ 'ফৰাছ'ৰ ওপৰত বহিবলৈ উপক্রম কৰোঁতেই তেওঁ চিএৎৰি কৰলৈ ধৰিলে, নেলাগে, নেলাগে, তাত বহিব নেলাগে, সউ চকীৰ ওপৰত বহাঁগৈ যোৱা। মই অসময়ত গৈ গা ধুবগৈ নোৱাৰোঁ। বোলো, তুমি হেনো জাত এৰিলা?

গুৰুচৰণে দূৰৰ চকী এখনত বহি তললৈ মূৰকৈ ৰ'ল। কিছুদিনৰ আগতে তেওঁ যথা নিয়মে দীক্ষা লৈ ব্রাহ্ম ধৰ্ম্ম গ্রহণ কৰিছিল; নৈষ্ঠিক হিন্দু নবীন ৰায়ৰ কাণত এই কথা পৰিছিলগৈ। নবীন ৰায়ৰ চকুত আজি জুইৰ আঙনি ফুটি উঠিল, কিন্তু গুৰুচৰণে আগৰদৰেই মৌন হৈ ৰ'ল। ব্রাহ্ম হওঁতে গুৰুচৰণে কাকো একো কথা সোধা নাছিল; কিন্তু কামটো কৰি অহাৰ পাছৰ পৰা ঘৰত কন্দাকটা আৰু অশান্তিৰ মাত্রা বাঢ়ি যাবলৈ ধৰিলে।

নবীন ৰায়ে তৰ্জ্জন-গৰ্জ্জন কৰি কবলৈ ধৰিলে, কোৱাচোন, এই কথা সঁচা নে মিছা?

গুৰুচৰণে সজল নয়নেৰে ক'লে, হয়, সঁচা কথা।

কিয় এনে কাম কৰিলা? মাহেকত মুঠেই যাঠিটা টকাহে পোৱা হব পায়—বুলি খঙৰ কোবত নবীন ৰায়ৰ মুখৰ পৰা আৰু কথাই নোলাল।

চকুজুৰি মচি, কণ্ঠ পৰিষ্কাৰ কৰি লৈ গুৰুচৰণে ক'লে, কি

কৰিলোঁ, কি নকৰিলোঁ, একো কব নোৱাৰোঁ দাদা। দুখত পৰি চিপজৰীয়েই লমনে, ব্ৰহ্মজ্ঞানীয়েই হম, সেই কথা ঠিক কৰিব পৰা নাছিলোঁ। শেহত ভাবিলোঁ আত্মঘাতী নহৈ ব্ৰহ্মজ্ঞানী হোৱাই ভাল, সেইবাবে ব্ৰাহ্ম ধৰ্ম্মকে ললোঁ।

চকুপানী টুকি টুকি গুৰুচৰণ বাহিৰলৈ ওলাই গ'ল।

নবীন ৰায়ে চিঞৰি চিঞৰি কবলৈ ধৰিলে—ভাল কৰিছা; নিজৰ ডিঙিত চিপজৰী দিব নোৱাৰি জাতৰ ডিঙিত চিপজৰী দিছা—বেচ কথা, এতিয়াৰ পৰা মোৰ আগত মুখ দেখুৱাবলৈ আৰু নাহিবা; এতিয়া যিবিলাক তোমাৰ মন্ত্ৰী হৈছে, সেইবোৰৰ কথা মতে চলাগৈ—হাড়ী-মুচিৰ ঘৰত ছোৱালী বিয়া দিয়াগৈ যোৱা—বুলি গুৰুচৰণক বিদায় দি তেওঁ মুখ ঘূৰাই বহিল।

খং আৰু অভিমানত নবীন ৰায়ে যে কি কৰিব প্ৰথমতে একো ভাবি ঠিক কৰিব নোৱাৰিলে। গুৰুচৰণ আৰু এতিয়া তেওঁৰ হাতৰ মুঠিৰ ভিতৰত নাই, শীঘ্ৰে যে আহিব তাৰো আশা কম—সেইবাবে নিষ্ফল আক্ৰোশত চট্‌ফটাই জব্দ কৰাৰ ফন্দী বিচাৰি বিচাৰি, শেষত একো নাপাই সেই দিনাই মিস্ত্ৰী মতাই আনি ছাদৰ অহাযোৱা কৰা বাটটো বন্ধ কৰি দি তাত ডাঙৰ দেৱাল এখন সজাই দিলে।

প্ৰবাসত থকা কালত এই খবৰ ভুৱনেশ্বৰীয়ে শেখৰৰ পৰা পোৱাৰ লগে লগে কান্দি পেলালে আৰু ক'লে, শেখৰ তেখেতৰ এনে মতি-বুদ্ধি কেনেকৈ হ'ল?

এনে মতি-বুদ্ধি কেনেকৈ হ'ল সেই কথা শেখৰে ভালকৈ

ধৰিব পাৰিছিলে। কিন্তু সেই কথা উল্লেখ নকৰি সি ক'লে, কিন্তু আই, আজি তুমি এইদৰে কৈছা হয়, কিন্তু দুদিন পিছত তোমালোকেই তেওঁলোকক এঘৰীয়া কৰি ৰাখিলাহেঁতেন। ইমানবিলাক ছোৱালী বিয়া দিয়া জানো সাধাৰণ কথা?

ভুৱনেশ্বৰীয়ে অসম্মতি জ্ঞাপন কৰি ক'লে, সংসাৰত কোনো পৰি নাথাকে, শেখৰ। আৰু সেই কাৰণেই যদি জাত এৰিব লগা হয়, তেন্তে অনেকেই জাত এৰিব লাগিব। ভগবানে যাক সংসাৰলৈ পঠিয়াইছে, তেঁৱেই তাৰ ভাৰ গ্ৰহণ কৰে। ইয়াৰ উত্তৰত শেখৰ মনে মনে ৰ'ল। ভুৱনেশ্বৰীয়ে চকুপানী টুকি টুকি কবলৈ ধৰিলে, মোৰ ললিতাজনীক যদি লগত লৈ আহিলোহেঁতেন তেন্তে যি হয় উপায় এটা ময়েই কৰি দিব লাগিলেহেঁতেন—আৰু দিলোহেঁতেনো। গুৰুচৰণে এইবোৰ ফন্দী কৰিয়েই তাইক নপঠিয়ালে। মই ভাবিছোঁ কিজানি সঁচাকৈয়ে বিয়াৰ পাত্ৰ ক'ৰবাত ঠিক হৈছে।

শেখৰে মাকৰ মুখৰ ফালে চাই লাজ কৰি উত্তৰ দিলে, তাকে যদি কৰিব খুজিছা, ঘৰলৈ ঘূৰি গৈ কৰিলেই হয় দেখোন। তাইতো ব্ৰাহ্ম নহয়—তাইৰ মামাকহে—আৰু তেৰোঁ তাইৰ প্ৰকৃতপক্ষে আপোন মানুহ নহয়। ললিতাৰ কোনো নাই বুলিহে তেওঁৰ ঘৰত ডাঙৰ-দীঘল হৈছে।

ভুৱনেশ্বৰীয়ে ভাবি-চিন্তি ক'লে, হওঁতে হয়, কিন্তু দেউতাৰ এক ৰকমৰ মানুহ, তেওঁ কোনোমতেই তাত সম্মত নহব। কিজানি সিহঁতৰ লগত দেখা কৰিবলৈকে নিদিব।

শেখৰেও সেই একে আশঙ্কাকে কৰিছিল, সেইবাবে সি একো নকৈ তাৰ পৰা গুচি গ'ল ।

ইয়াৰ পিছৰ পৰা বিদেশত এক মিনিটো থাকিবৰ বাবে তাৰ ইচ্ছা নহ'ল। দুই তিনিদিনমান চিন্তিত আৰু অপ্ৰসন্নমুখে ইফালে সিফালে ঘূৰা-পকা কৰি এদিন সন্ধিয়া আহি হঠাতে মাকক ক'লে, বলা আই, ঘৰলৈ যাওঁগৈ, ইয়াত মোৰ মুঠেই ভাল লগা নাই।

ভুৱনেশ্বৰীয়ে তাত তৎক্ষণাৎ সম্মত হৈ ক'লে, ব'ল শেখৰ, ইয়াত থাকি মোৰো ভাল লগা নাই।

ঘৰলৈ ঘূৰি আহি মাক-পুতেকে দেখিলেহি যে ছাদৰ মাজেদি অহা-যোৱা কৰা বাটটো বন্ধ হৈছে। গুৰুচৰণৰ সৈতে কিবা সম্পৰ্ক ৰখা বা মুখেৰে কথা-বাৰ্ত্তা কোৱা কোনোটোৱেই নবীন ৰায়ৰ অভিপ্ৰেত নহয় বুলি দুয়ো সহজে বুজি পালে।

ৰাতি ভাত বাঢ়ি দিবৰ সময়ত দুই এটা কথা কওঁতে মাকে শেখৰক ক'লে, সিঘৰৰ গিৰীনবাবুৰ সৈতে ললিতাঁৰ বিয়া ঠিক হৈছে। এই কথা মই আগেয়েই ধৰিছিলোঁ।

শেখৰে ওপৰলৈ মুখ নকৰাকৈয়ে ক'লে, কোনে ক'লে ?

তাইৰ মামীয়েকে কৈছে। দুপৰীয়া দেউতাৰ শুলত মই নিজে গৈ তেওঁক দেখা কৰি আহিছোঁ। ইয়াৰ পিছত ভুৱনেশ্বৰীয়ে কান্দিবলৈ ধৰিলে। কিছুপৰ মৌন হৈ থাকি চকু জুৰি আঁচলেৰে মচি তেওঁ ক'লে, কপালৰ লিখন কেনে খণ্ডাব শেখৰ ? কপালৰ লেখা কোনেও খণ্ডাব নোৱাৰে—কাৰো

গাত দোষ দি লাভ নাই। যি কি নহওক গিৰীন লৰাটি ভাল, সঙ্গতিও আছে, ললিতাৰ মুঠেই কষ্ট নহয়।

ইয়াৰ উত্তৰত শেখৰে এটা কথাও নকলে—তললৈ মুৰ কৰি খোৱা-বস্তুবোৰ হাতেৰে লৰাচৰা কৰিবলৈ ধৰিলে। অলপপৰৰ পিছত মাক গুচি যোৱাৰ সুযোগ লৈ সি ভাতৰ পাতৰ পৰা উঠি মুখ ধুই বিছনাত পৰিলগৈ।

পিছদিনা সন্ধিয়া পৰত ফুৰিবলৈ বুলি শেখৰ বাটলৈ ওলাই গ'ল। তেতিয়া গুৰুচৰণৰ চৰাঘৰত সন্ধিয়াৰ দৈনিক চাহ মেল বহিছিল আৰু যথেষ্ট উৎসাহৰ সৈতে কথা-বতৰা চলিছিল। সেই কথা-বতৰাবোৰ শুনি শেখৰ খন্তেকপৰ বৈ মনে মনে কিবা অলপ ভাবিলে, তাৰ পিছত চৰাঘৰৰ পিনে খোজ ললে। তাক দেখাৰ লগে লগে কথা-বতৰা বন্ধ হৈ গ'ল আৰু তাৰ মুখৰ ফালে চাই সকলোৰে মুখৰ চেহেৰা সলনি হ'ল।

শেখৰ ঘূৰি অহাৰ কথা ললিতাৰ বাহিৰে আৰু কোনেও নাজানে। আজি গিৰীন আৰু আন এজন ভদ্ৰলোক তাত উপস্থিত আছিল। ভদ্ৰলোকজনে বিস্মিত ভাৱে শেখৰলৈ চাই ৰ'ল, আৰু গিৰীনে গম্ভীৰ মুখেৰে বেৰৰ ফালে চাবলৈ ধৰিলে। কিন্তু গুৰুচৰণৰ অৱস্থা একেবাৰে বেয়া যেন দেখা গ'ল কাৰণ তেওঁৰ মুখখনত এটা শেতা পৰাঁৰ ভাব বিবিঙি উঠিল। তেওঁৰ ওচৰতে বহি ললিতাই চাহ প্ৰস্তুত কৰিছিল—তাই এবাৰ শেখৰৰ ফালে চাই আকৌ মনে মনে ব'ল।

শেখৰে অলপদূৰ আঁতৰি গৈ তক্তাপোছ এখনৰ ওপৰত মুৰ

লগাই প্ৰণাম জনাই তাৰে এদঁাতিত বহি লৈ হাঁহি মাৰি ক'লে, কি হ'ল, সকলোৰে দেখোন মুখৰ মাত নাইকিয়া হ'ল !

গুৰুচৰণে সৃৰু মাতেৰে কিবা এটা আশীৰ্ব্বাদ কৰিলে, কিন্তু কি আশীৰ্ব্বাদ কৰিলে কোনও নুবুজিলে।

শেখৰে তেওঁৰ মনৰ ভাব বুজি পাই বুঢ়াক সময় দিবৰ উদ্দেশ্যে উপযাচি নিজৰ কথা কবলৈ ধৰিলে। কালি পুৱা ঘৰ পোৱাবহি কথা, মাকৰ বেমাৰ শাম কটাৰ কথা, আৰু পশ্চিম ফালৰ আন আন কিছুমান বাতৰি অনৰ্গল কৈ গৈ শেষত তেওঁ অপৰিচিত যুৱকজনৰ ফালে চাবলৈ ধৰিলে ।

গুৰুচৰণ এই সময়কণতে নিজকে কিছুদূৰ সংযত কৰি লৈছিল ; তেওঁ এইবাৰ ডেকাজনৰ পৰিচয় দি ক'লে, এওঁ আমাৰ গিৰীনৰ বন্ধু। একে ঠাইতে ঘৰ, একেলগে পঢ়ে, সজ চৰিত্ৰৰ লৰা—শ্যামবজাৰত থাকে, তথাপিও চিনাকী হোৱাৰ পিছত আমাৰ ঘৰলৈ প্ৰায়ে আহি এবাৰ নহয় এবাৰ দেখা দি যায়হি ।

শেখৰে মূৰ দুপিয়াই ক'লে, হয়, খুব ভাল লৰা। কিছুসময় মনে মনে বৈ সি সুধিলে, সকলো খবৰ ভালনে, দদাইদেউ ?

গুৰুচৰণে উত্তৰ নিদিলে ; তললৈ মূৰকৈ ৰ'ল। শেখৰ উঠি যাবলৈ ওলাওতে হঠাতে কান্দো কান্দো ভাৱেৰে তেওঁ চিঞৰি উঠিল, মাজে মাজে আহিবা বোপা, একেবাৰে যেন এৰি নিদিবা। সকলো কথা শুনিছাই নহয় ?

শুনিছোঁ, বুলি শেখৰ ভিতৰলৈ সোমাই গ'ল ।

ইয়াৰ পিছতে ভিতৰৰ পৰা ঘৈণীয়েকৰ কন্দাৰ শব্দ শুনা

গ'ল, বাহিৰতো গুৰুচৰণে তলমূৰ কৰি ঠৌৰৰ আগটোৰে নিজৰ চকুলো মচিবলৈ ধৰিলে আৰু গিৰীনে অপৰাধীৰ দৰে খিড়ীকিৰ বাহিৰৰ ফালে মুখ উলিয়াই ৰ'ল। ললিতা আগৰ নিচিনাকৈয়ে থিয় দি ৰ'ল।

কিছুপৰৰ পিছত পাকঘৰৰ পৰা বাহিৰলৈ আহি বাৰান্দা পাৰ হওঁতেই শেখৰে দেখিলে যে আন্ধাৰত দুৱাৰৰ আঁৰত ললিতা থিয় দি আছে। তাই ভূমিষ্ঠ হৈ তাক এটা প্ৰণাম কৰিলে আৰু থিয় হৈ উঠি বুকুৰ একেবাৰে কাষলৈ আহি মুখখন তুলি খন্তেকপৰ কি যেন আশা কৰি চাই ৰ'ল; তাৰ পিছত লাহে লাহে সুধিলে, মোৰ চিঠিৰ উত্তৰ নিদিলে দেখোন?

ক'তা, মইতো চিঠি পোৱা নাই, কি লিখিছিলা?

ললিতাই উত্তৰ দিলে, বহুত কথা। বাৰু সেইবোৰ যাওক এতিয়া; সকলো শুনিছে নহয়, এতিয়া আপোনাৰ আদেশ কি?

শেখৰে বিস্ময়ৰ সুৰত ক'লে, মোৰ আদেশ! মোৰ আদেশে আকৌ কি হ'ব পাৰে?

ললিতাই শঙ্কিত হৈ তাৰ মুখৰ ফালে চাই সুধিলে, কিয়?

মই কাৰ ওপৰত হুকুম দিম, ললিতা?

মোৰ ওপৰত। আৰু কাৰ ওপৰতনো দিব?

তোমাৰ ওপৰতনো কিয় দিম? দিলেই বা তুমি শুনিবা কেলেই? শেখৰৰ কণ্ঠস্বৰ গম্ভীৰ আৰু অলপ কৰুণ।

এইবাৰ ললিতাৰ মনত বৰ ভয় সোমাল, আৰু অলপ কাষলৈ আহি কান্দো কান্দো মাতেৰে ক'লে, যাওক, এতিয়া আৰু

তামাচা কৰিব নেলাগে। ভৰিত ধৰি কৈছোঁ, কি হব কওক। ভয়ত বাতি মোৰ টোপনি নাহে।

কিহৰ ভয়?

ভাল কথা কৈছে ৷ কিয় ভয় নহব বাৰু ? আপুনি নাই, আই নাই—কোনো ওচৰত নাই, মাজতে মোমাইদেৱে কি সোপা কাণ্ড যে কৰি পেলালে—এতিয়া যদি আয়ে মোক নিব নোখোজে।

শেখৰে খন্তেকপৰ মনে মনে ৰৈ উত্তৰ দিলে, সেইটো অৱশ্যে সঁচা কথা। তোমাৰ মামাৰে লোকৰ পৰা টকা লৈছে, সেই কথা আয়ে শুনিছে। তদুপৰি তোমালোক এতিয়া ব্ৰাহ্ম আৰু আমি হিন্দু।

এনে সময়তে আন্নাকালীয়ে পাক ঘৰৰ পৰা মাতিলে, সৰু বাইদেউ, তোমাক আয়ে মাতিছে।

ললিতাই চিঞৰি উত্তৰ দিলে, গৈছোঁ ; তাৰ পিছত মাতটো সৰু কৰি ক'লে, মামা যিয়েই নহওক, আপুনি যি, ময়ো সি। আয়ে যদি আপোনাক দলিয়াই পেলাব নোৱাৰে, মোকো নোৱাৰে। আৰু গিৰীনবাবুৰ পৰা টকা লোৱাৰ কথা যে কৈছে —সেই টকা মই ঘূৰাই দিম। আৰু ধাৰৰ টকা এদিন আগেয়ে হওক, এদিন পিছতে হওক শুজিবই লাগিব।

শেখৰে প্ৰশ্ন কৰিলে, ইমান টকা ক'ত পাবা ?

ললিতাই শেখৰৰ মুখৰ ফালে এবাৰ চকু তুলি চাই মুহূৰ্ত্তকাল মৌন হৈ থাকি ক'লে, নেজানেনেকি, তিৰোতা মানুহে ক'ত টকা পায় ? মইও তাৰ্ পৰাই পাম।

ইমানপৰ সংযত ভাবে কথা কৈ আছিল যদিও শেখৰৰ অন্তৰ জ্বলি আছিল, এইবাৰ সি বিদ্ৰূপ কৰি ক'লে. কিন্তু তোমাৰ মোমায়েৰে যে তোমাক বিক্ৰি কৰি দিছে!

আন্ধাৰত ললিতাই শেখৰৰ মুখখন নৌদেখিলেও কণ্ঠস্বৰৰ পৰিবৰ্ত্তন লক্ষ্য কৰিলে। দৃঢ়ভাবে তাই উত্তৰ দিলে সেইবোৰ মিছা কথা। মোৰ মামাৰ দৰে মানুহ সংসাৰত নাই—আপুনি তেওঁক ঠাট্টা নকৰিব। তেওঁৰ দুঃখ-কষ্ট কেৱল আপুনিহে বুজে, বাকী গোটেইখন পৃথিবীয়ে গম পায়—এইবুলি অলপ ইতস্ততঃ কৰি শেহত ক'লে তদুপৰি তেওঁ টকা লৈছে আমাৰ বিয়া হোৱাৰ পিছত। কাজেই মোক বিক্ৰী কৰিবৰ অধিকাৰ তেওঁৰ নাই আৰু কৰাও নাই। এই অধিকাৰ কেৱল আছে আপোনাৰ, আপুনি ইচ্ছা কৰিলে টকা দিয়াৰ ভয়ত মোক বিক্ৰী কৰি পেলাব পাৰে অৱশ্যে। এইখিনি কথা কৈ অলপো অপেক্ষা নকৰি ললিতাই বেগেৰে তাৰ পৰা গুচি গ'ল।

# নবম পৰিচ্ছেদ

সেইদিনা ৰাতি বহুত পৰলৈকে শেখৰে বিহ্বলৰ দৰে বাটে বাটে ফুৰি ঘৰলৈ ঘূৰি আহি ললিতাৰ কথাকে ভাবিবলৈ ধৰিলে। সিদিনাৰ সৰু ছোৱালী এজনীয়ে ইমান কথা ক'ত শিকিলে? অকণো লাজ ভয় নকৰাকৈয়ে বা তাৰ মুখৰ আগত ইমানবোৰ কথা কেনেকৈ কব পাৰিলে?

ললিতাৰ ব্যৱহাৰ দেখি আজি তাৰ বিস্ময় আৰু ক্ৰোধ উপজিছিল। কিন্তু এই ক্ৰোধৰ গুৰি কাৰণ বিচৰা হলে সি দেখিলেহেঁতেন যে ক্ৰোধ আচলতে ললিতাৰ ওপৰত নহয়, তাৰ নিজৰ ওপৰতেহে।

ললিতাক এৰি যি কেইমাহ সি প্ৰবাসত বাস কৰিলেগৈ সেই কেইমাহ সি কেৱল নিজৰ সুখ-দুখ, লাভ-ক্ষতিৰ কথা কল্পনা কৰিয়েই কটালে। কিন্তু আজি যে ললিতাই তাৰ জীৱনৰ কিমানখিনি ঠাই আগুৰি আছে, ভৱিষ্যতে তাৰ জীৱনৰ লগত কিদৰে অবিচ্ছেদ্য ভাৱে গঁথা ৰব, তাইৰ অবিহনে জীয়াই থকা যে দুৰূহ হৈ পৰিব; দুখত হয়তো জীৱন উৰ্‌লি যাব—এনে বিলাক কথা সি বিছনাত শুই শুই ভাবিবলৈ ধৰিলে। সৰুকালৰে পৰা ললিতা তেওঁলোকৰ পৰিয়ালত এনেদৰে সোমাই পৰিছিল যে তাইক মাক-বাপেক, বাই-ভনীৰ লগত ৰিজাই কোনোদিনে চাব লগা হোৱা নাছিল আৰু সেইদৰে চোৱাৰ কথাও কোনোৱে

নাভাবিছিল। কেনেবাকৈ ললিতাক পোৱা নাযাব, মাক-দেউতাকে এই বিবাহত সম্মতি নিদিব, হয়তো ললিতা অন্য কাৰোবাৰ হৈ পৰিব—এনেবিলাক দুশ্চিন্তা সততে তাৰ মনত উদয় হোৱা বাবেই সি বিদেশলৈ যোৱাৰ আগতে এদিন ৰাতি জোৰেৰে ডিঙিত মালা পিন্ধাই দি সেইবোৰ দুশ্চিন্তাৰ বাট বন্ধ কৰি থৈ গৈছিল।

প্ৰবাসত থাকি গুৰুচৰণে ধৰ্ম্ম সলোৱাৰ খবৰ পাই সি বিয়াকুল চিতেৰে দিনে-ৰাতিয়ে ললিতাক পোৱা-নোপোৱাৰ কথাই চিন্তা কৰিছিল। ললিতাক হেৰুৱাব লাগিব বুলি তাৰ সদায় ভয় হৈছিল। সুখৰ হওক বা দুখৰেই হওক, শেখৰে এই ধৰণেই চিন্তা কৰিছিল আৰু এনে চিন্তাধাৰাৰ লগতহে সি পৰিচিত আছিল। কিন্তু আজি ললিতাৰ স্পষ্ট কথাই এই চিন্তাধাৰা বন্ধ কৰি দি তাক ওলটা পিনে ঘোৱাই দিলে। আগেয়ে চিন্তা আছিল—কিজানি পাছত ললিতাক পোৱা নহয়, এতিয়া চিন্তা হ'ল পিছলৈ কিজানি এৰিব পৰা নহয়।

শ্যামবজাৰৰ মানুহঘৰৰ লগত সম্বন্ধ ভাগি গৈছিল। তেওঁ-লোকে নিজেও ইমান টকা দিবলৈ ৰাজী নহলগৈ আৰু শেখৰৰ মাকেও ছোৱালী চাই ভাল নাপালে। সেইবাবে উক্ত দায়ৰ পৰা সহজতে শেখৰে অব্যাহতি পাইছিল, কিন্তু নবীন ৰায়ে দহ-বিশ হেজাৰ টকাৰ লোভ সামৰিব পৰা নাছিল আৰু এই বিষয়ে তেওঁ নিশ্চেষ্ট হৈও বহি থকা নাছিল।

কি কৰা যায় সেই বিষয়ে শেখৰে চিন্তা কৰিবলৈ ধৰিলে।

সেই এটি নিশাৰ কামটো যে ইমান গুৰুতৰ হৈ পৰিব আৰু ললিতাই নিজেও ইমান নিঃসংশয় মনেৰে বিয়া হৈ গ'ল বুলি বিশ্বাস কৰি লব আৰু ধৰ্ম্মতঃ এই কথাৰ অন্যথা নহয়— এইবিলাক কথা শেখৰে সেইদিনা নিশা ভাবিবই পৰা নাছিল। সেইদিনা সি যদিও কৈছিল যে যি হবলগা আছিল হৈ গ'ল, আৰু তাক কোনোদিনে কোনেও নোহোৱা কৰিব নোৱাৰে, তথাপি সি সকলো কথা খৰচি মাৰি গমি-পিটি চোৱা নাছিল, বোধহয় গমি-পিটি চাবলৈ শক্তিও নাছিল আৰু অবসৰো নাছিল।

সেই দিনা মূৰৰ ওপৰত আকাশত জোন আছিল, জোনাক-বোৰ কেউফালে বিয়পি গৈছিল। তাইৰ ডিঙিত এধাৰ মালা ওলমি আছিল, প্ৰিয়তমাৰ বুকুৰ স্পন্দন নিজৰ বুকুদি অনুভব কৰাৰ মোহ আৰু প্ৰণয়ীসকলে যাক অধৰ-সুধা বুলি কয় তাক পান কৰাৰ এটা তীব্ৰ আকাঙ্ক্ষাই তাৰ মনত দেখা দিছিল। তেতিয়া স্বাৰ্থ আৰু সংসাৰৰ ভাল-বেয়াৰ কথা মনলৈ অহা নাছিল, অৰ্থ-লোলুপ দেউতাকৰ ৰুদ্ৰ-মূৰ্ত্তিও চকুৰ আগত জিলিকি উঠা নাছিল। ভাবিছিলে ; মাকেতো সম্মতি দিবই আৰু দাদাকৰ হতুৱাই বাপেকক সম্মত কৰাই কোনোমতে কামফেৰা কৰিব পৰা যাব। তদুপৰি গুৰুচৰণেও যে এনেকৈ নিজেকে বিচ্ছিন্ন কৰি নি তেওঁলোকৰ পথত হেঙাৰ তৰিব সেই কথাও সেইসময়ত উঠা নাছিল। এতিয়া বিধাতাই নিজে বিধি পথালি দিছে।

বস্তুতঃ শেখৰৰ চিন্তাৰ বিষয় বিশেষ একো নাছিল। সি বুজিছিল যে বাপেকক সম্মত কৰোৱাটো বহুত দূৰৰ কথা আৰু

মাকক সম্মত কৰোৱাও সম্ভৱ নহয়; এই কথা তুলিবৰ বাবে কোনো পিনে আৰু কোনো বাট নাই।

শেখৰে দীঘলীয়া হুমুনিয়া এটি কাঢ়ি এবাৰ অস্ফুট স্বৰেৰে ক'লে, কি কৰা যায়? সি ললিতাক ভালকৈয়ে চিনি পায়। সৰুৰে পৰা তুলি তালি ডাঙৰ কৰা ছোৱালী। এবাৰ তাই যিটো নিজৰ ধৰ্ম্ম বুলি বুজি পাই, তাক সহজে কোনোমতেৰেই পৰিত্যাগ নকৰে। তাই শেখৰৰ ধৰ্ম্মপত্নী বুলি নিজকে বুজি পাইছে, সেইবাবেই আজি সন্ধিয়া আন্ধৰত অসঙ্কোচে আগবাঢ়ি আহি মুখৰ ওচৰত মুখ তুলি তেনেকৈ থিয় হৈ থাকিব পাৰিছিল।

গিৰীনৰ লগত তাইৰ বিয়াৰ কথা-বতৰা চলিছে যদিও কোনেও তাইক এই বিষয়ত সম্মত কৰোৱাব নোৱাৰে। তাই কোনো দিনেই কথা লুকুৱাই থব নোৱাৰে। সকলো কথা তাই প্ৰকাশ কৰি দিব। শেখৰৰ চকু-মুখ গৰম হৈ উঠিল। কথাও সঁচা! সিতো অকল মালা সলায়েই ক্ষান্ত থকা নাছিল, তাইক বুকুৰ ওপৰলৈ টানি আনি মুখত এটা চুমাও আঁকি দিছিল। ললিতাইও বাধা দিয়া নাই—দোষ নাই বুলিয়েই হয়তো দিয়া নাই বা ইয়াত তাৰ অধিকাৰ আছে বুলিও হয়তো দিয়া নাই। এতিয়া এই ব্যৱহাৰৰ উত্তৰ সি কি বুলি দিব?

মাক-বাপেকৰ অমতে ললিতাৰ লগত বিয়া হব নোৱাৰে, সেই কথা নিশ্চিত। কিন্তু গিৰীনৰ সৈতে ললিতাৰ বিয়া নোহোৱাৰ হেতু প্ৰকাশ পোৱাৰ পাছত ঘৰত বা বাহিৰত সি কেনেকৈ মুখ উলিয়াব?

# দশম পৰিচ্ছেদ

অসন্তৰ কথা বুলি শেখৰে ললিতাৰ আশা একেবাৰেই এৰি দিছিল। প্ৰথম কেইদিনমান মনে মনে সি বৰ ভয় কৰি আছিল। কেনেবাকৈ কিজানি ললিতা আহি আগত ওলায়হি, কেনেবাকৈ কিজানি সকলোবোৰ কথা ওলাই যায়, কেনেবাকৈ কিজানি এইবোৰ কথা লৈ মানুহে বু-বু বা-বা কৰে, এইবোৰ ভাৱে সেই কেইদিন তাৰ মনত তোলপাৰ লগাইছিল। কিন্তু কোনোবাই কিবা কথা উলিয়াইছে বুলি সি অকণো গম ধৰিব নোৱাৰিলে, কিবা কথা ওলাইছে বুলিও ক'তো উমান নেপালে, বা ললিতাহঁতৰ ঘৰৰ' পৰা আনকি মানুহ এটাও সিহঁতৰ ঘৰলৈ নাহিল। শেখৰৰ কোঠাৰ সমুখৰ ছাদৰ ওপৰত উঠিলে ললিতা-হঁতৰ ছাদৰ গোটেইখিনি দেখা যায়। কেনেবাকৈ কিজানি ললিতাক দেখা পায়, এই ভয়ত সি আনকি ছাদৰ ওপৰলৈও নগৈছিল; কিন্তু যেতিয়া নিৰ্ব্বিঘ্নে এমাহ উকলি গ'ল, তেতিয়া সি স্বস্তিৰ নিঃশ্বাস পেলাই মনে মনে কবলৈ ধৰিলে, হাজাৰ হওক তিৰোতামানুহৰ লাজকাজ আছে যেতিয়া এইবোৰ কথা মুখ ফুটাই কব নোৱাৰে। সি শুনিছিলে বোলে ইহঁতৰ বুকু ফাটি গ'লেও মুখ নুফুটে; এই কথা আজি সি বিশ্বাস কৰি ললে আৰু সৃষ্টিকৰ্ত্তাই তিৰোতাৰ দেহত এই দুৰ্ব্বলতা দিয়া কাৰণে মনে মনে তেওঁৰ বুদ্ধিৰ শলাগ ললে। কিন্তু তথাপি সি মনত শান্তি নেপায় কিয়?

যেতিয়াই সি বুজি পালে যে আৰু ভয় নাই, তেতিয়াৰে পৰাই এটি অভূতপূৰ্ব্ব বেদনাত তাৰ গোটেই অন্তৰ কঁপি উঠিল। থাকি থাকি এনেদৰে হৃদয়ৰ অন্তৰতম স্থল পৰ্য্যন্ত নিৰাশাত, বেদনাত আৰু আশঙ্কাত কঁপি উঠে কিয় ? ললিতাই তেনেহলে এই বিষয়ে ঘুণাক্ষৰে ক'তো এটি কথাও উচ্চাৰণ নকৰিবনেকি ? অন্য এজন মানুহৰ হাতত সকলো সমৰ্পণ কৰি দিয়া পৰ্য্যন্তও তাই কি নিমাতেই ৰ'বনেকি ? তাইৰ বিয়াৰ পিছত স্বামীৰ ঘৰলৈ গৈ ঘৰ-সংসাৰ পাতিছে বুলি কল্পনা কৰি চালেও তাৰ অন্তৰ-বাহিৰ জুইৰ দৰে জ্বলি উঠে কিয় ?

আগেয়ে সন্ধিয়া বেলিকা সি ফুৰিবলৈ ওলাই নগৈ সমুখৰ মুকলি ছাদৰ ওপৰত কিছু সময় খোজকাঢ়ে ; আজিও তাকে কৰিলে। কিন্তু এদিনো সি কাকো সিঘৰৰ ছাদত ফুৰা দেখিবলৈ নেপালে। মাত্ৰ এদিন আন্নাকালীয়ে কিবা কৰিবৰ অৰ্থে আহি ছাদৰ ওপৰত, থিয় দিওঁতেই শেখৰৰ চকুৱে চকুৱে পৰিল আৰু চকু পৰা মাত্ৰকে তললৈ মূৰ কৰিলে, শেখৰে মাতিমনে নেমাতিম কৰি ভাবি থাকোতেই তাই তাৰ পৰা আঁতৰি গুচি গ'ল। শেখৰে মনে মনে বুজিলে যে তেওঁলোকে বাট বন্ধ কৰি দেৱাল সজাৰ অৰ্থ কি সেইকথা আন্নাকালীৰ দৰে অকণমান ছোৱালী এজনীয়েও গম পাইছে।

ইয়াৰ পিছত আৰু এটি মাহ শেষ হ'ল।

এদিন ভুৱনেশ্বৰীয়ে কথায় কথায় ক'লে, ইয়াৰ ভিতৰত তই ললিতাক দেখিছিলিনেকি শেখৰ ?

শেখৰে উত্তৰ দিলে, নাই দেখা, কিয় ?

মাকে ক'লে, প্ৰায় দুমাহমানৰ মূৰত সিদিনা তাইক ছাদত দেখি মাতিছিলোঁ ; দেখিলোঁ যে ছোৱালীজনীৰ চেহেৰা কিবা এক ৰকমৰ হৈ গৈছে। মুখখন শুকান, যেন তাই বহুত বুঢ়া হৈ গৈছে, বহুতদিনীয়া বেমাৰীৰ দৰে মুখখন শেতা। মুখখন ইমান গম্ভীৰ—দেখিলে কোনে চৈধ্য বছৰীয়া ছোৱালী বুলি ক'ব ?—কথাকোৱাৰ লগে লগে ভুৱনেশ্বৰীৰ চকুৰ পানী বাগৰিবলৈ ধৰিলে ; হাতেৰে চকুলো-খিনি মচি থোকা-থুকি মাতেৰে ক'লে, পিন্ধা কাপোৰ-কানিবোৰো লেতেৰা, আঁচলৰ ওচৰত অলপ চিলাই কৰা আছে। সুধিলোঁ, তোৰ কাপোৰ নাইনেকি মা ? ক'লে বোলে আছে, কিন্তু মোৰ হ'লে মুঠেই বিশ্বাস নহ'ল। আজিলৈকে তাই মামাকে দিয়া কাপোৰ পিন্ধিছে বুলি মনত নপৰে, সদায় ময়েই দিওঁ ; আজি ছয়-সাতমাহমান হ'ল তাইক কিবা দিছোঁ বুলি মনত নপৰে। ইয়াৰ পিছত তেওঁ আৰু একো কথা কব নোৱাৰা হ'ল, আঁচলেৰে চকু মচিবলৈ ধৰিলে—ললিতাক তেওঁ সঁচাকৈয়ে নিজৰ ছোৱালীৰ দৰে ভাল পাইছিল।

শেখৰে অন্য এফালে চাই নিঃশব্দে বহি ৰ'ল।

বহুতপৰৰ পাছত তেওঁ আকৌ ক'লে, মোৰ বাহিৰে কোনো দিনে তাই কাৰো পৰা একো খোজা নাই। অসময়ত ভোক লাগিলে তাই ঘৰত মুখ ফুটাই একো খুজিব নোৱাৰে, মোৰ ওচৰত আহি ঘূৰি ফুৰিবহি—মুখখন দেখিলেই মই গম পাওঁ।

মোৰ মনেৰে শেখৰ, তাই শুকান মুখখনেৰে সৈতে ঘূৰি ফুৰিলেও কোনেও তাইৰ কথা নুবুজে, নোসোধেও ছাগে। মোক তো তাই আই বুলি যে মাতে এনে নহয়, মাকৰ দৰে ভালো পায়।

শেখৰে সাহেৰে মাকৰ ফালে চকু তুলি চাব নোৱাৰিলে। যি ফালে চাই আছিল, সেই ফালে চাই থাকিয়েই ক'লে তাইৰ কিহৰ দৰ্কাৰ হৈছে সুধি নাচায় কিয়? সুধি দি দিলেই হয় দেখোন।

দিলোৱেই জানিবা, তাই লয় কেনেকৈ? তেখেতে অহা-যোৱাৰ বাটটো পৰ্য্যন্ত বন্ধ কৰি দিলে। ময়েই বা কি বুলি দিবলৈ যাম? গুৰুচৰণ বোপাই দুঃখত পৰি জানিবা এটা অন্যায় কৰিলেই, আমাৰ উচিত আছিল নিজৰ মানুহৰ দৰে কিবা এটা প্ৰায়শ্চিত্ত-ট্ৰায়শ্চিত্ত কৰাই কথাটো ঢাকি থোৱা; তাকে নকৰি তেওঁক একেবাৰে পৰ কৰি দিলোঁ। আৰু এইটোও ঠিক যে এখেতৰ উৎপাততে তেওঁ জাত এৰিলে। কেৱল তাগাদা আৰু তাগাদা—তাগাদা দি থাকিলে মনৰ দুঃখত মানুহে যিহকে পায় তাকে কৰিব পাৰে। বৰং মই ক'বলৈ হ'লে, গুৰুচৰণে ভালেই কৰিছে। গিৰীন লৰাটো আমাতকৈ তেওঁলোকৰ বৰ বেছি আপোন, তাৰ লগত ললিতাৰ বিয়াখন হ'লে ছোৱালীজনী সুখেৰে থাকিব পাৰিব। শুনিছোঁ বোলে অহা মাহতে বিয়া হব।

হঠাতে শেখৰে মুখ ঘূৰাই প্ৰশ্ন কৰিলে, অহা মাহতে হব নেকি?

সেইদৰেইতো শুনিছোঁ।

শেখৰে আৰু একো শুস্থুধিলে।

মাক কিছুপৰ মনে মনে থাকি ক'লে, ললিতাৰ মুখত শুনিলোঁ বোলে মামাকৰ গাও আজিকালি ভাল নহয়। নহবৰে কথা। এনেয়ে তেওঁৰ নিজৰ মনত সুখ নাই, তাতে আকৌ ঘৰত নিতৌ কন্দা-কটা—এক মিনিটো ঘৰত শান্তিৰে থাকিব নোৱাৰে।

শেখৰে আগৰ দৰে মনে মনে ৰ'ল।

কিছুপৰৰ পাছত মাক উঠি গৈ শুলত সি ললিতাৰ কথা ভাবিবলৈ ধৰিলে। ঘৰৰ দাঁতিৰ গলিটোৰেদি স্বচ্ছন্দে দুখন গাড়ী যাব নোৱাৰে। দুখন গাড়ী যাবলৈ হ'লে এখন গাড়ী একেবাৰে কাষত নৰলেগৈ উপায় নাই। দহ-বাৰদিনমানৰ মূৰত এদিন শেখৰৰ অফিচলৈ যোৱা গাড়ীখনে বাধা পাই গুৰুচৰণৰ ঘৰৰ সমুখত স্থিৰ হৈ ৰ'ল। শেখৰ অফিচৰ পৰা ঘূৰি আহিছিল ; নামি আহি সুধিলত গম পালে যে গুৰুচৰণৰ ঘৰলৈ ডাক্তৰ আহিছে।

কেইদিনমানৰ আগতে তেওঁ মাকৰ পৰা শুনিছিল বোলে গুৰুচৰণৰ শৰীৰ ভাল নহয়। তাকে ভাবি তেওঁ ঘৰলৈ ঘূৰি নগৈ, একেবাৰে গুৰুচৰণৰ শোৱা কোঠালিত উপস্থিত হ'লগৈ। কথাটো সঁচা। গুৰুচৰণে নিৰ্জ্জীৱৰ দৰে বিছনাত বহি আছে, এফালে ললিতা আৰু গিৰীন শুকান মুখে বহি আছে আৰু সমুখৰ চকীৰ ওপৰত বহি ডাক্তৰে ৰোগ পৰীক্ষা কৰিছে।

গুৰুচৰণে অস্ফূটস্বৰেৰে শেখৰক বহিবলৈ ক'লে ; ললিতাই মূৰৰ আঁচলখন আৰু অকণমান টানি লৈ মুখ ঘূৰাই বহিল।

ডাক্তৰ একে চুবুৰীৰ মানুহ, শেখৰক চিনি পায়। ৰোগ পৰীক্ষা আৰু ঔষধৰ ব্যৱস্থা কৰি দি শেখৰক লগত লৈ তেওঁ বাহিৰত বহিলহি। গিৰীনে পিছফালৰ পৰা আহি টকা দি ডাক্তৰক বিদায় দিবৰ বেলিকা তেওঁ বিশেষ ভাৱে সতর্ক কৰি দি ক'লে যে ৰোগ এতিয়াও বেছি হোৱা নাই, এই সময়তে বায়ু পৰিবৰ্ত্তনৰ নিতান্ত আৱশ্যক।

ডাক্তৰ গলত উভয়েই পুনৰ আহি গুৰুচৰণৰ কোঠা পালেহি।

ললিতাই হাত বাউল দি গিৰীনক একাষলৈ মাতি নি মনে মনে কথা কবলৈ ধৰিলে, আৰু শেখৰে সমুখৰ চকীত বহি স্তব্ধ হৈ গুৰুচৰণৰ ফালে চাই ব'ল। গুৰুচৰণ ইতিমধ্যে শুই পৰিছিল, সেইবাবে শেখৰৰ পুনৰাগমনৰ কথা গম নাপালে।

কিছুসময় মনে মনে বৈ থাকি শেখৰ উঠি গ'ল; ললিতা আৰু গিৰীনে তেতিয়াও আগৰ দৰেই ফুচফুচাই কথা-বতৰা পাতিয়ে থাকিল; তাক কোনেও বহিবলৈও নকলে, আহিবলৈও নকলে, আনকি কোনেও এটি কথা পৰ্যন্ত নুসুধিলে।

আজি সি নিশ্চিত ভাৱে বুজিলে যে ললিতাই তাক তাৰ কঠিন দায়ৰ পৰা চিৰদিনৰ কাৰণে মুক্তি দিছে—এতিয়া সি নিৰ্ভয়ে থাকিব পাৰে—ললিতাই আৰু তাক বান্ধি থব নোখোজে। ঘৰলৈ আহি কাপোৰ সলাওঁতে বাৰে বাৰে তাৰ মনত পৰিল আজি সি নিজ চকুৰে দেখি অহা কথা—গিৰীন ললিতাহঁতৰ পৰম বন্ধু, সকলোৰে আশা-ভৰষাৰ থল আৰু ললিতাৰ

ভৱিষ্যতৰ আশ্ৰয়। সি এতিয়া আৰু তাইৰ কোনো নহয়, এনেকুৱা 'বিপদৰ দিনতো ললিতাই তাৰ মুখৰ পৰামৰ্শ এটাও নললেহি।

হঠাতে সি উঃ—বুলি এখন আৰামী চকীৰ ওপৰত বহি পৰিল। ললিতাই তাক দেখি মূৰত কাপোৰ টানি মুখ ঘূৰাই এইটোকে জনাব খুজিছিল সি যেন তাইৰ সম্পূৰ্ণ পৰ—একেবাৰে অপৰিচিত। আকৌ তাৰ চকুৰ আগতে গিৰীনক এদাঁতিলৈ মাতি নি কতনো ফুচ্‌ফুচীৱা মেল! অথচ এইজন মানুহেই অভিভাবকত্ব কৰি এদিন তাইক থিয়েটাৰ চাবলৈও দিয়া নাছিল!

তথাপিও সি এবাৰ ভাবিবলৈ চেষ্টা কৰিলে যে তাই সিহঁতৰ মাজত থকা গোপন সম্বন্ধৰ কথা স্মৰণ কৰি হয়তো লাজত তেনে ব্যৱহাৰ কৰিছে, কিন্তু সিও জানো সম্ভৱ? তেনে হোৱা হলে অতদিনৰ ভিতৰত এদিন নহয় এদিন কোনো এক কৌশলেৰে তাই তাক কথা এটাও সুধিবৰ চেষ্টা নকৰাকৈ থাকিলহেঁতেন নে?

হঠাতে ঘৰৰ বাহিৰৰ পৰা মাকৰ মাত শুনা গ'ল—তেওঁ চিঞৰি কৈছে, ক'তা অ' হাত-মুখ ধুধুলি দেখোন, সন্ধিয়া হবৰে হ'ল।

শেখৰ ব্যস্ত হৈ উঠি পৰিল আৰু মাকৰ যাতে চকুত নপৰে এনেভাৱে মুখখন ঘূৰাই লৰালৰিকৈ তললৈ নামি গ'ল।

এই কেইদিন অনেক কথাই নানাৰূপে তাৰ মনৰ ভিতৰত সকলো সময়তে উথলি উঠিছিল; সি মাত্ৰ এটা কথা ভাবি চোৱা

নাছিল—প্ৰকৃততে দোষ কাৰ ? এটি আশাৰ কথাও সি আজি পৰ্য্যন্ত তাইক কোৱা নাছিল, নাইবা তাইকো কবৃলৈ সুযোগ দিয়া নাছিল। বৰঞ্চ কেনেবাকৈ কৰবাত কথাটো ওলাই যায়, তাই কিবা দাবী কৰে,—এনেবিলাক ভয়ত সি নীৰব হৈ আছিল। তথাপি সকলো প্ৰকাৰৰ অপৰাধ অকল ললিতাৰ ওপৰত জাপি দি সি তাইৰ বিচাৰ কৰিছিল আৰু নিজে একেবাহে হিংসা-ক্ৰোধ-অভিমান আৰু অপমানত জৰ্জ্জৰিত হৈ উঠিছিল। বোধহয় সংসাৰত এনেকৈয়ে সকলো পুৰুষে বিচাৰ ক'ৰে আৰু এনেকৈয়ে দগ্ধ হয়।

এইদৰে জ্বলি-পুৰি সাতোটা দিন কটোৱাৰ পিছত এদিন সন্ধ্যাৰ পিছত তেনেদৰে ভাবি-চিন্তি থাকোতে হঠাতে দুৱাৰৰ ওচৰত শব্দ শুনি মুখ তুলি চাওঁতেই তাৰ হৃৎপিণ্ড কঁপি উঠিল। কালীৰ হাতত ধৰি লাহে লাহে ললিতা সোমাই আহি কাৰ্পেটৰ ওপৰত থিয় হৈ ৰ'লহি। কালীয়ে ক'লে, শেখৰদা, আমি আজি আপোনাক প্ৰণাম জনাবলৈ আহিছোঁ, কাইলৈ আমি গুচি যামগৈ।

শেখৰে উত্তৰ দিব নোৱাৰিলে, মাত্ৰ চাই ৰ'ল।

কালীয়ে ক'লে, আপোনাৰ ওচৰত আমি অনেক অপৰাধ কৰিছোঁ শেখৰদা, সেই সকলোবোৰ যেন পাহৰি যায়।

শেখৰে বুজিলে যে ইয়াৰ এটা কথাও তাইৰ নিজৰ নহয়, মাত্ৰ তাই শিকোৱা কথাহে কৈছে। সুধিলে, কাইলৈ তোমালোক ক'লৈ যাবা ?

পশ্চিমলৈ। দেউতাক লৈ আমি সকলো মুঙ্গেৰলৈ যাম। তাত গিৰীনবাবুৰ ঘৰ আছে। দেউতাৰ ভাল হলেও আমি আৰু এই ঘৰলৈ ঘূৰি নাহোঁ, ডাক্তৰে কৈছে বোলে এই ঠাইত দেউতাক সুস্থুজে।

শেখৰে সুধিলে, এতিয়া তেওঁ কেনে আছে ?

অলপ ভাল হৈছে, এই বুলি কালীয়ে আঁচলৰ তলৰ পৰা কেইজোৰামান কাপোৰ উলিয়াই দেখুৱাই ক'লে, জেঠাইদেৱে এইবোৰ আমাক কিনি দিছে।

ইমানপৰে ললিতা মনে মনে আছিল ; এইবাৰ উঠি গৈ মেজৰ ওপৰত এটা চাবি থৈ ক'লে, এই আলমাৰীৰ চাবিটো ইমানদিন মোৰ হাততেই আছিল, ইয়াৰ পিছত অলপ পাতলকৈ হাঁহি ক'লে, কিন্তু আলমাৰীত হলে টাকা-কড়ি একো নাই, সকলো টকা খৰচ হৈ গৈছে।

শেখৰ এইবাৰ মনে মনে থাকিল।

কালীয়ে ক'লে বলা বাইদেউ, ৰাতি বহুত হ'ল।

ললিতাই কিবা কোৱাৰ আগতে শেখৰে হঠাতে এবাৰ ব্যস্ত হৈ কৈ উঠিল, কালী যোৱাচোন, তলৰ পৰা মোৰ বাবে দুখন তামোল লৈ আহঁাগৈ।

ললিতাই কালীৰ হাতখনত ধৰি ক'লে, তই নেলাগে কালী, ময়েই আনি দিওঁ ব', এই বুলি লৰালৰিকৈ তললৈ নামি গ'ল। কিছু পৰৰ মূৰত তামোল আনি কালীৰ হাতত দি শেখৰক দিবলৈ দিলে। তাই শেখৰক দি আহিল।

তামোল হাতত লৈ শেখৰ নিস্তব্ধ হৈ বহি থাকিল।

যাওঁ শেখৰদা, বুলি কালীয়ে ভৰিৰ ওচৰলৈ আহি সাষ্টাঙ্গে প্ৰণাম কৰিলে। ললিতা যিখিনিত থিয় হৈ আছিল, তাৰ পৰাই ভূমিষ্ঠ হৈ প্ৰণাম কৰি উভয়েই ধীৰে ধীৰে তাৰ পৰা বাহিৰ হৈ গ'ল।

শেখৰে নিজৰ ভাল-বেয়াৰ বিচাৰ-বোধ আৰু আত্ম-মৰ্য্যাদা জ্ঞান লৈ বিবৰ্ণ আৰু শেতা পৰি বিহ্বল, হতবুদ্ধিৰ দৰে স্তব্ধ হৈ বহি ৰ'ল।

তাই আহিল, আহি চিৰদিনৰ বাবে কবলগীয়া কথাখিনি কৈ বিদায় লৈ আঁতৰি গুচি গ'ল, কিন্তু শেখৰে একোকে কব নোৱাৰিলে। যেন কবলগীয়া কথা বিশেষ একো নাছিল, এনে ভাবেই গোটেই সময়খিনি পাৰ হৈ গ'ল। ললিতাই কালীক ইচ্ছা কৰিয়েই লগত লৈ আহিছিল। কাৰণ তাই অন্য কথা কিবা ওলোৱাটো বাঞ্ছা নকৰিছিল, এই কথাও সি মনে মনে বুজিলে। তাৰ পাছত তাৰ গোটেই শৰীৰটো কঁপি উঠিল, মুৰটোও ঘূৰাবলৈ ধৰিলে; ইয়াৰ পিছত উঠি গৈ বিছনাত চকু-মুখ ঢাকি শুই পৰিল।

# একাদশ পৰিচ্ছেদ

গুৰুচৰণৰ ভগা দেহা মুঙ্গেৰৰ জলবায়ুৰ প্ৰভাৱতো আৰু জোৰা নেলাগিল। কেইবছৰমানৰ পিছত তেওঁ দুখৰ বোজা চিৰকালৰ বাবে নমাই থৈ ইহ সংসাৰৰ পৰা বিদায় ল'লে। গিৰীনে প্ৰকৃততে তেওঁক খুব ভাল পাইছিল আৰু শেষ মুহূৰ্ত্তলৈকে যথাসাধ্য যত্ন কৰি তেওঁৰ শুশ্ৰূষা কৰিছিল।

মৰাৰ আগতে তেওঁ চকু-পানী টুকি টুকি গিৰীনৰ হাতত ধৰি অনুৰোধ কৰি গ'ল গিৰীনে যেন কোনোদিনে তেওঁৰ পৰ হৈ নাযায় আৰু ভৱিষ্যতত এদিন উক্ত গভীৰ বন্ধুত্ব গৈ যেন নিকট আত্মীয়তাত পৰিণত হয়। জীয়াই থকা কালত, অসুখ-বিসুখৰ মাজত তেওঁ এই কাম নিজে কৰি যাব নোৱাৰিলে, কিন্তু পৰলোকত থাকিয়েই যেন তেওঁ সকলো হোৱা দেখিবলৈ পায়। গিৰীনে আনন্দেৰে আৰু সৰ্ব্বান্তকৰণেৰে গুৰুচৰণক এই কথাত প্ৰতিশ্ৰুতি দিছিল।

গুৰুচৰণহঁতৰ কলিকতাৰ ঘৰত ভাড়া লৈ যিঘৰ মানুহ থাকে, তেওঁলোকৰ মুখে ভুৱনেশ্বৰীয়ে মাজে মাজে তেওঁৰ খবৰ পায়, গুৰুচৰণ মৰাৰ খবৰো তেওঁলোকৰ পৰাই পাইছিল।

তাৰ ঠিক পিছতে ইঘৰতো ভয়ানক দুৰ্ঘটনা ঘটিল। নবীন ৰায়ৰ হঠাতে মৃত্যু হ'ল। ভুৱনেশ্বৰীয়ে শোক আৰু দুঃখত

পাগলৰ দৰে হৈ বৰ বোৱাৰীৰ হাতত সংসাৰৰ ভাৰ সঁপি দি কাশীলৈ গুচি গ'ল। যাওঁতে কৈ গ'ল যে অহা বছৰলৈ শেখৰৰ বিয়াৰ যো-জা সকলো সম্পূৰ্ণ হৈ গ'লে তেওঁ আহি বিয়া দি যাবহি।

নবীন ৰায় থাকোঁতেই নিজ হাতে বিয়াৰ সম্বন্ধ স্থিৰ কৰি থৈ গৈছিল। শেখৰৰ বিয়া আগতেও হয়তো হ'লহেঁতেন কিন্তু নবীন ৰায়ৰ মৃত্যুৰ বাবে এবছৰ কাল স্থগিত ৰাখিব লগা হ'ল। এতিয়া কন্যাপক্ষই আৰু মুঠেই বিলম্ব কৰিব নোখোজে, সেইবাবে কালি তেওঁলোকৰ মানুহ আহি দৰাক আশীৰ্ব্বাদ কৰি গ'লহি। বিয়াৰ সময়ো লাহে লাহে নিৰ্দ্ধাৰিত হ'ল। এই মাহতেই বিয়া। আজি শেখৰে মাকক আনিবলৈ যাবলৈ ঠিক কৰিছিল। আলমাৰীৰ পৰা বস্তু বাহানি আনি চুটকেচত ভৰাওঁতে ভৰাওঁতে হঠাতে তাৰ বহুত দিনৰ মূৰত আকৌ ললিতালৈ মনত পৰিল। এইবিলাক সকলো কাম আগতে তায়েই কৰিছিল।

তিনিবছৰৰো অধিক কাল হ'ল, ইতিমধ্যে ললিতাহঁতৰ কোনো খবৰেই শেখৰহঁতে পোৱা নাই। বোধহয় খবৰ পাবলৈ চেষ্টাও কৰা নাছিল, আৰু ইচ্ছাও কৰা নাছিল। ললিতাৰ ওপৰত লাহে লাহে তাৰ এটা ঘৃণাৰ ভাব উপজিছিল। কিন্তু আজি হঠাতে সি কোনোমতে লতিতাৰ খবৰ এটা পাবৰ বাবে উদগ্ৰীৱ হৈ পৰিল। তাইৰ বা কেনে? অৱশ্যে ভালেৰেই আছে ছাগৈ, কাৰণ গিৰীনৰ সঙ্গতি আছে; তথাপি কেতিয়া

তাইৰ বিয়া হ'ল, তাইৰ কেনে—ইত্যাদি কথাবোৰ জানিবৰ ইচ্ছা হ'ল।

ওচৰৰ ঘৰৰ ভাড়া লৈ থকা মানুহঘৰ আজি দুমাহমানৰ আগতে ঘৰ খালি কৰি তাৰ পৰা আঁতৰি গৈছে। শেখৰে এবাৰ ভাবিলে যে চাৰুৰ বাপেকক গৈ এবাৰ সুধিবগৈ ; তেওঁ গিৰীনৰ খবৰ নিশ্চয় দিব পাৰিব। কিছু পৰৰ বাবে চুটকেচ ঠিক কৰা কাম স্থগিত ৰাখি শূন্যদৃষ্টিৰে খিড়ীকিয়েদি আকাশলৈ চাই চাই এইবোৰ কথা ভাবি আছিল, এনেতে দুৱাৰৰ বাজৰ পৰা পুৰণি চাকৰণী এজনীয়ে ক'লেহি, কণবাবু, কালীৰ মাকে এবাৰ আপোনাক মাতি পঠিয়াইছে।

শেখৰে মুখ ঘূৰাই অত্যন্ত আচৰিত হৈ ক'লে, কোন কালীৰ মাক ?

চাকৰণীজনীয়ে হাতেৰে গুৰুচৰণৰ ঘৰটো দেখুৱাই ক'লে, আমাৰ কালীৰ মাক কণবাবু, কালি নিশা আহি তেওঁলোক পাইছেহি।

যা গৈছোঁ, বুলি সি তৎক্ষণাৎ তললৈ নামি গ'ল।

তেতিয়া বেলি মাৰ গৈছিল ; সি গৈ ঘৰৰ মজিয়াত ভৰি দিয়াৰ লগে লগে হিয়া-ভগা কান্দোনৰ ৰোল উঠিবলৈ ধৰিলে। বিধবাৰ সাজ পিন্ধি থকা গুৰুচৰণৰ ঘৈণীয়েকৰ কাষলৈ গৈ সি মাটিতেই বহি পৰিল আৰু চোখৰ আগেৰে চকুৰ পানী মচিবলৈ ধৰিলে। অকল গুৰুচৰণৰ কথা সুঁৱৰিয়েই নহয়, নিজৰ পিতাকৰ শোকতো সি আকৌ এবাৰ অভিভূত হৈ পৰিল।

সন্ধিয়াবেলিকা ললিতাই চাকি এটা জ্বলাই দি থৈ গ'লহি। দূৰৰ পৰা ডিঙিত আঁচল দি তাই তাক এবাৰ প্ৰণাম কৰিলে আৰু কিছুপৰ তাতে বৈ ধীৰে ধীৰে আঁতৰি গুচি গ'ল। শেখৰে সেই সোতৰবছৰীয়া পৰস্ত্ৰীগৰাকীৰ পিনে মুখ তুলি চাবও নোৱাৰিলে বা মাতিও একো সুধিব নোৱাৰিলে। তথাপি আলেঙে আলেঙে যিমান দূৰ চাব পাৰিলে, সিমান দূৰ চাই তাৰ মনত হ'ল যেন ললিতা অলপ ডাঙৰ হ'ল, কিন্তু আগতকৈ যেন বহুত খীনালে।

অনেক কন্দা-কটাৰ মূৰত গুৰুচৰণৰ বিধবা ঘৈণীয়েকে যি-খিনি ক'লে তাৰ সাৰ-মৰ্ম্ম এয়ে যে এই ঘৰটো বিক্ৰী কৰি তেওঁ মুঙ্গেৰত গৈ জোঁৱায়েকৰ লগত থাকিবগৈ, এয়ে তেওঁৰ ইচ্ছা। শেখৰৰ দেউতাকে বহুত দিনৰে পৰা এই ঘৰটো কিনো কিনোকৈ আছিল, এতিয়া যদি উচিত দামত সিহঁতেই ঘৰটো লয় তেন্তে তেওঁৰ নিজৰো একো দুখ নালাগে আৰু ভবিষ্যতে তেওঁলোক কেতিয়াবা এইফালে আহিলে ইয়াতে দুই এদিন জিৰাবহি পাৰিব এইবোৰ কথা। শেখৰে মাকক সুধি-পুছি যথাসাধ্য কৰিব বুলি ক'লত তেওঁ চকুপানী টুকি টুকি কবলৈ ধৰিলে, বাইদেউ জানো ইয়াৰ ভিতৰতে আহিব শেখৰ ?

শেখৰে ক'লে যে আজি ৰাতিয়েই সি তেওঁক আনিবলৈ যাব। ইয়াৰ পিছত তেওঁ এটি এটিকৈ সকলো খবৰ জানি ল'লে—শেখৰৰ কেতিয়া বিয়া হব, ছোৱালী ক'ত, টকা কিমান পাব, কিমান অলঙ্কাৰ দিব, নবীন ৰায় কি হৈ মৰিল,

বাইদেৱেকে কি কৰিলে ইত্যাদি অনেক কথা কোৱা-মেলা কৰিলে।

শেখৰ যেতিয়া যাবলৈ উঠিল, তেতিয়া আকাশত জোনে দেখা দিছে। ঠিক এই সময়তে গিৰীনে ওপৰৰ পৰা নামি আহি বোধহয় বায়েকৰ ঘৰৰ পিনে গ'লহি। গুৰুচৰণৰ বিধবা ঘৈণীয়েকে তাকে দেখি সুধিলে, মোৰ জোঁৱাইৰ লগত তোমাৰ চিনাকী নাইনেকি, শেখৰ? সংসাৰত এনে লৰা পোৱা টান।

শেখৰৰ সেই বিষয়ে একবিন্দুও সন্দেহ নাছিল। সেই মতেই সি তেওঁক জনালে আৰু কথা-বতৰা আছে বুলি কৈয়েই লৰালৰিকৈ বাহিৰলৈ ওলাই গ'ল। কিন্তু বাহিৰৰ চ'ৰা ঘৰত আহি হঠাতে সি ৰ'বলগীয়া হ'ল।

আন্ধাৰত দুৱাৰৰ আঁৰত ললিতা থিয় হৈ আছিল, তাই ক'লে, শুনকচোন, আইক আজিয়েই আনিবলৈ যাবনেকি?

শেখৰে ক'লে, এৰা।

তেওঁ বৰ কাতৰ হৈ পৰিছেনেকি?

এৰা, প্ৰায় পাগলৰ দৰে হৈছে।

আপোনাৰ শৰীৰ কেনে আছে?

ভালে আছে বুলি শেখৰ লৰালৰিকৈ তাৰ পৰা আঁতৰি পলাল।

বাটলৈ আহি ভৰিৰ পৰা মুৰলৈকে গোটেই শৰীৰ তাৰ লাজ আৰু ঘৃণাত শিয়ঁৰি উঠিল। ললিতাৰ ওচৰত বৈ যেন তাৰ

নিজৰ গোটেই দেহটোও একেবাৰে অপবিত্ৰ হৈ পৰিল এনে ভাব হ'ল। ঘৰলৈ ঘূৰি আহি যেনে তেনেকৈ চুটকেচটোত কাপোৰ জাপি-কুচি বন্ধ কৰি ল'লে, কিন্তু গাড়ী ধৰিবলৈ তেতিয়াও বহুত পৰ থকা হেতুকে আৰু এবাৰ বিছনাত পৰি ললিতাৰ বিষাক্ত স্মৃতি-সোপা পুৰি নিঃশেষ কৰি দিওঁ বুলি সি হৃদয়ৰ বন্ধ্ৰে বন্ধ্ৰে ঘৃণাৰ জুই জ্বলাই দিবলৈ ধৰিলে। দাহনৰ যাতনাত সি তাইক মনে মনে অকথ্য ভাষাত তিৰস্কাৰ কৰিবলৈ ধৰিলে আৰু আনকি কুলটা বুলিবলৈকো সংকোচ বোধ নকৰিলে। কথায় কথায় গুৰুচৰণৰ ঘৈণীয়েকে কৈছিল যে এইখন তো সুখৰ বিয়া নহয় সেইবাবে শেষ পৰ্য্যন্ত কাকো একো কথা গাত নালাগিছিল, নহলে ললিতাই শেহলৈকে তোমালোকৰ সকলোকে খবৰ দিবলৈ কৈছিল। ললিতাৰ এই স্পৰ্দ্ধাৰ ভাবটো তাৰ হিয়াৰ জুই কুৰাৰ ওপৰতো যেন শিখা বিস্তাৰ কৰি প্ৰজ্বলিত হবলৈ ধৰিলে।



# দ্বাদশ পৰিচ্ছেদ

শেখৰে মাকক লৈ যিদিনা ঘূৰি ঘৰ পালেহি, তেতিয়াও শেখৰৰ বিয়ালৈ আৰু দহবাৰদিন বাকী।

দুই তিনিদিনমানৰ পাছত এদিন পুৱা ললিতাই শেখৰৰ মাকৰ ওচৰত বহি ডলা এখনত কিবা এসোপা তুলিছিল। শেখৰে তাই অহাৰ কথা গম পোৱা নাছিল, সেইবাবে কিবা এটা কামত 'আই' বুলি সোমাই আহিয়েই হঠাতে থতমত খাই ৰৈ গ'ল। ললিতাই তললৈ মূৰকৈ কাম কৰিবলৈ ধৰিলে।

মাকে সুধিলে, কি অ' ?

যি কামৰ বাবে সি আহিছিল, সেই কামৰ কথা পাহৰি, নেলাগে, এতিয়া থাওক বুলি লৰালৰিকৈ বাহিবলৈ ওলাই গ'ল। ললিতাৰ মুখৰ ওপৰত তাৰ চকু পৰা নাছিল যদিও তাইৰ হাত দুখনলৈ তাৰ চকু গৈছিল। হাত দুখন শুদা নহলেও দুগছি দুগছি কাঁচৰ চুড়িৰ বাহিৰে আন একো নাছিল। শেখৰে মনে মনে ক্ৰুৰ ভাৱে হাঁহি হাঁহি ক'লে, ইয়ো এবিধ ছং ! গিৰীন যে সঙ্গতিপন্ন এই কথা সি জানে, কাজেই তাৰ ঘৈণীয়েকৰ হাত এনেকৈ শুদা হৈ থকাৰ সি কোনো সঙ্গত হেতু বিচাৰি নেপালে।

সেইদিনা সন্ধিয়াবেলিকা সি লৰালৰিকৈ তললৈ নামি আহিছিল। ললিতাও সেই চিৰীডালৰ ওপৰতে ৰৈ আছিল। তাই এদাঁতিলৈ গৈ থিয় হৈ এইবাৰ বাট এৰি দিলে। কিন্তু

শেখৰ আহি কাষ চাপোতেই অত্যন্ত সঙ্কোচেৰে সৈতে মৃদু কণ্ঠেৰে তাই ক'লে, আপোনাক এটা কথা কবলৈ আছে।

শেখৰে মুহূৰ্ত্তৰ বাবে স্থিৰ হৈ বৈ বিস্ময়েৰে সুধিলে, কাক ? মোক ?

ললিতাই একে ধৰণৰ মৃদু সুৰেৰে ক'লে, হয় আপোনাকে।

মোৰ লগত আকৌ কি কথা হবা—বুলি শেখৰে আগৰ দৰে বেগেৰে তললৈ নামি গ'ল।

ললিতা সেইখিনিতে কিছুপৰ স্তব্ধ হৈ বৈ থাকি শেষত এটি অতি সৰু হুমুনিয়া কাঢ়ি তাৰ পৰা ধীৰে ধীৰে আঁতৰি গ'ল।

পিছুদিনা পুৱা শেখৰে সিহঁতৰ চৰা ঘৰত বহি সেইদিনাৰ খবৰ কাগজখন পঢ়ি থাকোঁতে হঠাতে অলপ আচৰিত হৈ চকু তুলি চাই দেখিলে যে গিৰীন সোমাই আহিছে। গিৰীনে নমস্কাৰ জনাই ওচৰত এখন চকী টানি লৈ বহি পৰিল আৰু শেখৰেও প্ৰতি-নমস্কাৰ কৰি বাতৰি কাকতখন এফালে থৈ কি কয় শুনিবলৈ বাট চাই ৰ'ল। উভয়ৰ ভিতৰত চকুৰ পৰিচয় আছিল যদিও কথা-বতৰা নাছিল ; আজিলৈকে কোনো এজনেও এই বিষয়ে অকণো আগ্ৰহ প্ৰকাশ কৰা নাছিল।

গিৰীনে পোনপ্ৰথমেই কামৰ কথা আৰম্ভ কৰিলে। ক'লে, বিশেষ প্ৰয়োজনৰ বাবে আপোনাক মই বিৰক্ত কৰিবলৈ ওলাইছোঁ। আমাৰ শাহু আইৰ ইচ্ছাৰ কথা আপুনি শুনিছেই— ঘৰটো আপোনালোকৰ ওচৰত বিক্ৰী কৰিব খোজে। আজি

মোৰ আগত কৈ পঠাইছে যে শীঘ্ৰেই যি কোনো এটা বন্দৱস্ত কৰা হলেই তেওঁলোক এই মাহতে মুঙ্গেৰলৈ যাব পাৰে।

গিৰীনক দেখিয়েই শেখৰৰ বুকুৰ মাজত ধুমুহা বলিবলৈ ধৰিছিল; কথাবোৰ তাৰ মুঠেই ভাল নালাগিল, সেইবাবে অপ্ৰসন্ন মুখেৰে ক'লে, সেইটো অৱশ্যে ঠিক কথা কিন্তু দেউতাৰ অৱৰ্ত্তমানত দাদাই এতিয়া ঘৰৰ গিৰীহঁত, এইকথা তেওঁকহে জানোৱা আৱশ্যক।

গিৰীনে পাতলকৈ হাঁহি ক'লে, সেইটো কথা ময়ো জানো। কিন্তু তেওঁক গৈ আপুনি নিজে কোৱাই বেছি ভাল হব।

শেখৰে আগবদৰেই উত্তৰ দিলে, আপুনি ক'লেও হব। সি পক্ষৰ অভিভাৱক এতিয়া আপুনিয়েই।

গিৰীনে ক'লে, আৱশ্যক হ'লে ময়ো কব পাৰোঁ। কিন্তু কালি সৰু বাইদেৱে ক'লে বোলে আপুনি অলপ মনোযোগ দিলেই কামফেৰা সোনকালে হব।

শেখৰে চকীৰ গাৰুটোত আঁউজি বহি ইমানপৰ কথা কৈ আছিল, এইবাৰ লাহেকৈ উঠি ক'লে, কোনে কৈছে?

গিৰীনে ক'লে, সৰুবাইদেৱে, ললিতা বাইদেৱে কৈছে—

শেখৰ বিস্ময়ত হতবুদ্ধি হৈ পৰিল। ইয়াৰ পিছত গিৰীনে কি ক'লে সেই কথা বিন্দুমাত্ৰও তেওঁৰ কাণলৈ নগ'ল। অলপপৰ বিহ্বল দৃষ্টিৰে তেওঁৰ মুখৰ ফালে চাই থাকি সি সুধিলে, এটা কথা সোধোঁ গিৰীন বাবু, বেয়া নেপাব, ললিতাৰ লগত জানো আপোনাৰ বিয়া হোৱা নাই?

গিৰীনে জিভা উলিয়াই পেলাই উত্তৰ দিলে, নাই হোৱা—তেওঁলোকৰ ঘৰৰ সকলোকে আপুনি চিনি পায়েই—কালীৰ লগতহে মোৰ—

কিন্তু তেনে কথাতো আচলতে নাছিল।

গিৰীনে ললিতাৰ মুখত সকলো কথা শুনিছিল, সেইবাবে ক'লে, কথা নাছিল হয়, সেইটা সঁচা। মৰিবৰ সময়ত গুৰুচৰণ-বাবুৱে মোক অনুৰোধ কৰি গৈছিল মই যেন আৰু ক'তো বিয়া নকৰাওঁ। মইও প্ৰতিশ্ৰুতি দিলোঁ। তেওঁ মৰাৰ পিছত সক বাইদেৱে মোক বুজাই ক'লে—অৱশ্যে, এইবোৰ কথা আৰু কোনেও গম নাপায়—ইতিপূৰ্ব্বেই তেওঁৰ বিয়া হৈ গৈছে আৰু স্বামী জীৱিত আছে। এইবোৰ কথা হয়তো কোনেও বিশ্বাস নকৰিলেহেঁতেন, কিন্তু মই তেওঁৰ এটা কথাও অবিশ্বাস নকৰোঁ। তদুপৰি মাইকী মানুহৰ এবাৰতকৈ অধিক বিয়া জানো হব পাৰে—এঃ আপোনাৰ কি হ'ল ?

শেখৰৰ দুই চকু চকুলোৰে ভৰি পৰিল, এতিয়া সেই চকুলো উপচি আহি জৰ্ জৰ্কৈ গিৰীনৰ আগতেই পৰিবলৈ ধৰিলে। কিন্তু সেই বিষয়ে তাৰ অলপো চেতনা ন'হল, পুৰুষৰ সম্মুখত পুৰুষৰ এই দুৰ্ব্বলতা প্ৰকাশ পোৱা যে কিমান লজ্জাকৰ, সেই কথাও তাৰ মনত নেখেলালে।

গিৰীনে নিঃশব্দে চাই ৰ'ল। মনত তাৰ বহুদিনৰে পৰা সন্দেহ আছিলেই—আজি ললিতাৰ স্বামী কোন নিশ্চয় ধৰিব

পাৰিলে। শেখৰে চকু পানী মচি মচি থোকাথুকি মাতেৰে ক'লে, কিন্তু আপুনিতো ললিতাক ভাল পাইছিল?

গিৰীনৰ মুখৰ ওপৰত প্ৰচ্ছন্ন বেদনাৰ গাঢ় ছাঁ এটা ফুটি উঠিল, কিন্তু পিছ মুহূৰ্ত্ততে সি মিচিক্ মিচিক্ কৰে হাঁহিবলৈ ধৰিলে। লাহে লাহে ক'লে, সেই কথাৰ উত্তৰ দিয়া অনাৱশ্যক। তদুপৰি চেনেহ যিমানেই বেছি নহওক, জানিশুনি কোনেও লোকৰ বিবাহিতা স্ত্ৰীক বিয়া নকৰায়, —যাওক এইবোৰ কথা, গুৰুজনৰ বিষয়ে এইবোৰ কথা মই আলোচনা কৰিব নোখোজোঁ, বুলি সি আৰু এবাৰ হাঁহি মাৰি উঠি পেলাই ক'লে, আজি বাৰু যাওঁ, আকৌ অইন এসময়ত দেখা হব—বুলি নমস্কাৰ কৰি বাহিৰলৈ ওলাই গ'ল।

শেখৰে গিৰীনক সদায় মনে মনে বিদ্বেষ কৰি আহিছিল, লাহে লাহে সেই বিদ্বেষ গৈ নিবিড় ঘৃণাত পৰিণত হৈছিলগৈ। কিন্তু সি তাৰ পৰা উঠি যোৱাৰ লগে লগে শেখৰে আজি মাটিত মুৰ থৈ বাৰে বাৰে এই অপৰিচিত ব্ৰাহ্ম-যুৱকটিৰ উদ্দেশ্যে প্ৰণাম কৰিবলৈ ধৰিলে। মানুহে নীৰৱে যে কিমান ডাঙৰ স্বাৰ্থ ত্যাগ কৰিব পাৰে, হাঁহিমুখে নিজৰ কঠোৰ প্ৰতিশ্ৰুতি কিদৰে পালন কৰিব পাৰে তাক আজি আপোন চকুৰে দেখা পালে।

আবেলি বেলিকা ভুৱনেশ্বৰীয়ে নিজৰ কোঠাৰ ভিতৰত বহি ললিতাক লগত লৈ নতুন কাপোৰৰ থাকবোৰ সজাই আছিল, তেনেতে শেখৰ তালৈ সোমাই আহি মাকৰ শোৱা-পাটীৰ

ওপৰতে বহিল। আজি সি ললিতাক দেখি ব্যস্ত হৈ পলাই নগ'ল। মাকে তাৰ ফালে চাই সুধিলে, কি অ' ?

শেখৰে উত্তৰ নিদিলে, মনে মনে বহি থাক। সজোৱা চাবলৈ ধৰিলে। অলপ পৰৰ পাছত সুধিলে, এইবোৰ কি কৰিছা, আই ?

মাকে ক'লে, নতুন কাপোৰ কাক ক'ত কি দিব লাগিব তাকে হিছাপ কৰি চাইছোঁ। বোধহয় আৰু অলপ কিনিব লাগিব, কি বোল আই ?

ললিতাই মূৰ তুপিয়াই শলাগিলে।

শেখৰে হাঁহি মুখে ক'লে, আৰু যদি বিয়া নকৰাওঁ, আই ?

ভুবনেশ্বৰীয়ে হাঁহিলে। ক'লে, তইনো কি কৰিব নোৱাৰ, তোৰ গুণত জানো কিবা ঘূণ আছে ?

শেখৰেও হাঁহি হাঁহি ক'লে, কথাটো সেয়ে হবগৈ যেন পাওঁ, আই।

মাকে গহীন হৈ ক'লে, কি কৈছ ? এনেকুৱা কুলক্ষণীয়া কথা মুখলৈ নানিবিচোন।

শেখৰে ক'লে, ইমানদিন অনা নাছিলোঁ আই, কিন্তু এতিয়া আৰু নানিলে নহয়, আৰু মনে মনে থাকিলেও মহাপাপ হব, আই।

ভুবনেশ্বৰীয়ে একো বুজিব নোৱাৰি শঙ্কিত হৈ তাৰ ফালে চাই ৰ'ল।

শেখৰে ক'লে, আই, তোমাৰ পুত্ৰবাৰ অনেক অপৰাধ ক্ষমা কৰিছা, এইবাৰো ক্ষমা কৰা ; সঁচাকৈয়ে মই এই বিয়া কৰাব নোৱাৰোঁ।

পুতেকৰ কথা আৰু মুখৰ ভাব দেখি ভুৱনেশ্বৰী সঁচাকৈয়ে উদ্বিগ্ন হৈ পৰিল, কিন্তু সেই ভাব লুকুৱাই ক'লে, বাৰু, বাৰু, সেয়ে হব দে। এতিয়া ইয়াৰ পৰা যা, মোক জ্বলাই নেমাৰিবি, মোৰ বহুত কাম।

শেখৰে আকৌ এবাৰ হাঁহিবলৈ ব্যৰ্থ প্ৰয়াস কৰি শুকান মাতেৰে ক'লে, নহয় আই, সঁচাকৈয়ে কৈছোঁ, এই বিয়া হব নোৱাৰে।

কিয়, এইবোৰ লৰা-ধেমালি পাইছনেকি ?

লৰা-ধেমালি নহয় বাবেইতো কৈছোঁ, আই।

ভুৱনেশ্বৰীয়ে এইবাৰ সঁচাসচিকৈয়ে ভয় খাই ৰোষৰ সুৰত ক'লে, কি হৈছে, সকলো কথা মোক বুজাই ক' শেখৰ। এইবোৰ আওপকীয়া কথা মোৰ ভাল লগা নাই।

শেখৰে লাহে লাহে ক'লে, আন এদিন ক'ম আই, আন এদিন ক'ম।

আন এদিন কবি ? কাপোৰৰ দ'ম এফালে ঠেলি দি ক'লে, তেনেহলে মোক আজিয়েই কাশীলৈ পঠাই দে, এনেকুৱা সংসাৰত মই এদিনো কটাব নোখোজোঁ।

শেখৰে তলমূৰ কৈ বহি থাকিল। ভুৱনেশ্বৰীয়ে অস্থিৰ হৈ কৈ উঠিল, ললিতাও কাইলৈ মোৰ লগত যাওঁ বুলিছে, চাওঁচোন তাইবো কিবা এটা বন্দৱস্ত কৰিব পাৰোঁনেকি ?

এইবাৰ শেখৰে মুখ তুলি হাঁহি ক'লে, তুমি লৈ যাবা, তাইৰ

আকৌ বন্দৰস্ত কোনে কৰিব লাগে, আই ? তোমাৰ আদেশতকৈ ডাঙৰ কথা তাইৰ বাবে কি আছে ?

লৰাৰ হাঁহিমুখ দেখি তেওঁ মনে মনে অলপ আশান্বিত হ'ল। এইবাৰ ললিতাৰ ফালে চাই ক'লে, শুনিলিনে আই, তাৰ কথা ? সি ভাবে যেন, মোৰ যলৈকে ইচ্ছা তলৈকে লৈ তোক যাব পাৰোঁ। তাইৰ মামীয়েকক সুধিব নেলাগিব ?

ললিতাই একো উত্তৰ নিদিলে। আজি শেখৰৰ কথাবতৰাৰ ধৰণ দেখি তাই একেবাৰে সঙ্কুচিত হৈ পৰিছিল।

শেখৰে উত্তৰ দিলে, তেওঁক যদি জনাব খোজা জনোৱাগৈ। সেইটো তোমাৰ ইচ্ছাৰ কথা। কিন্তু তুমি যি কবা আই, সেয়ে হব, এই কথা মইও কওঁ, আৰু যাক লৈ যাব খুজিছা তেওঁ তাকেই কব ; তাই তোমাৰ বোৱাৰী হয় আই, এই বুলি কৈয়েই শেখৰে তললৈ মূৰ কৰি ৰ'ল।

ভুৱনেশ্বৰী বিস্ময়ত স্তম্ভিত হৈ গ'ল। মাকৰ সম্মুখত পুতেকে জানো এনেকৈ পৰিহাস কৰিব পাৰে ? একদৃষ্টিৰে তাৰ ফালে চাই থাকি সুধিলে, কি ক'লি ? তাই মোৰ কি হয় ?

শেখৰে ওপৰলৈ মূৰ কৰিব নোৱাৰিলে, কিন্তু উত্তৰ দিলে। লাহে লাহে ক'লে, ক'লো নহয় আই। আজি নহয়, আজি প্ৰায় চাৰি বছৰ হ'ল তাই সঁচাকৈয়ে তোমাৰ, আই। মই আৰু একো কব নোৱাৰোঁ আই, তাইক সুধিলেই সকলো কথা কব— এই বুলি কৈ অঁতায়েই দেখিলে যে ললিতাই ডিঙিত আঁচল মেৰাই মাকক প্ৰণাম কৰিব খুজিছে। তাকে দেখি সিও আহি

তাইৰ দাঁতিত থিয় দিলেহি আৰু উভয়ে একেলগে মাকৰ ভৰিত দীঘল দি পৰি সেৱা কৰি শেখৰ নিঃশব্দে বাহিৰলৈ ওলাই গুছি গ'ল।

ভুৱনেশ্বৰীৰ দুই চকুৰেদি আনন্দৰ চকুলো ব'বলৈ ধৰিলে, তেওঁ ললিতাক সঁচাকৈয়ে ভাল পাইছিল। চিন্দুক খুলি নিজৰ সকলো অলঙ্কাৰ উলিয়াই এটা এটাকৈ তাইক সকলোবোৰ পিন্ধাবলৈ ধৰিলে আৰু পিন্ধাই থাকোঁতে অলপ অলপকৈ সকলো কথা জানি ললে। সকলো কথা শুনি অতাই সুধিলে, সেইবাবেই হব পায়, গিৰীনৰ লগত কালীৰ বিয়া হ'ল ?

ললিতাই ক'লে, হয় আই, কথা সেয়ে। গিৰীনবাবুৰ দৰে মানুহ সংসাৰত আছেনে নাই কব নোৱাৰোঁ। মই তেওঁক বুজাই কওঁতে তেওঁ বিশ্বাস কৰিলে যে সঁচাকৈয়ে মোৰ বিয়া হৈ গৈছে। স্বামীয়ে মোক গ্ৰহণ কৰে নকৰে সেইটো বেলেগ কথা কিন্তু তেওঁ আছে।

ভুৱনেশ্বৰীয়ে তাইৰ মূৰত হাত দি ক'লে, আছে তো আই, নহব কেলেই! আশীৰ্ব্বাদ কৰিছোঁ তোৰ স্বামী জনমে জনমে যেন দীৰ্ঘজীৱী হয়; অকণমাণ বহ আই, অবিনাশক কৈ আহোঁগৈ যে বিয়াৰ কইনা সলনি হৈছে, এইবুলি হাঁহি হাঁহি তেওঁ ডাঙৰ পুতেকৰ কোঠাৰ পিনে খোজ ললে।

—ঃ অন্ত ঃ—

